# এমুঠি কাৰবি কবিতা



EMUTHI KARBI KABITA a collection of Karbi Poems Published by Diphu Sahitya Sabha and edited by Shri Samsing Hanse.

প্ৰকাশক :
ডিফু সাহিত্য সভা
ডিফু, কাৰবি আংলং



প্ৰথম প্ৰকাশ :
১৯৮৩

বেটুপাত :
শ্ৰীবীৰেন সিংহ



মূল্য :
৭·০০ টকা

মুদ্ৰণ :
পূৰ্বদেশ মুদ্ৰণ,
ৰিহাবাৰী, গুৱাহাটী—৭৮১০০৮।

## পাতনি

'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ সেৱাত ডিফু সাহিত্য সভাই যৎসামান্য হ'লেও বৰঙণি আগবঢ়াই আহিছে। বিভিন্ন জন-গোষ্ঠীৰে পৰিপূৰ্ণ এই অসমখন বাৰে ৰহণীয়া কৃষ্টি-সংস্কৃতিৰে ভৰপূৰ। কিন্তু দুখৰ কথা এই কৃষ্টি-সংস্কৃতিৰ বিকাশ, উন্নতি আৰু প্ৰচাৰৰ বাবে যথেষ্ট কৰা হোৱা নাই। এই ক্ষেত্ৰত ডিফু সাহিত্য সভাই হাতত লোৱা কাম নিশ্চয় প্ৰশংসনীয় হ'ব। অসম সাহিত্য সভাৰ সোণালী জয়ন্তী অধিবেশনত উলিয়াব পৰাকৈ ডিফু সাহিত্য সভাই এখন কাৰবি কবিতা সংকলন আৰু কাৰবি লোক সাধু সংকলন প্ৰকাশৰ কাম হাতত লয়। পুথি দুখনিয়ে নিশ্চয় পঢ়ুৱৈ ৰাইজক কিঞ্চিত হ'লেও উপকৃত কৰিব। লগতে কাৰবি কৃষ্টি প্ৰচাৰতো সহায়ক হ'ব। অন্যান্য শাখা সাহিত্য সভাসমূহেও অসমৰ বিভিন্ন কোণত সিঁচৰিত হৈ থকা জনগোষ্ঠীবিলাকৰ গীত-মাত, লোক-কৃষ্টি আদি প্ৰচাৰৰ কাম হাতত ল'ব বুলি আমি আশাৰে বাট চাই থাকিলো। ডিফু সাহিত্য সভাৰ উদ্যোগ সফল হোৱাৰ কামনাৰে,

ডিফু
তাৰিখ : ১১-৪-৮৩ ইং

শ্ৰীজয়ছিং দলৈ
কাৰ্য্যকৰী সভাপতি,
অসম সাহিত্য সভা

# সম্পাদকীয়

মহান ৰাছিনাৰ যুগৰেপৰাই কাৰবিসকলৰ ভাষা সাহিত্য মৌখিক-ভাবেহে চলি আহিছে। আনকি কুৰি শতিকাৰ পাচোতা দশকলৈকে কাৰবিসকলৰ কোনো লিখিত সাহিত্য ৰচিত হোৱা নাই বুলিব পাৰি। সেয়েহে কাৰবি জনগোষ্ঠীৰ বিষয়ে কিবা জানিব খুজিলে তেওঁলোকৰ পৰম্পৰাগতভাৱে চলি অহা মৌখিক সাহিত্যৰ আশ্ৰয় লবলগীয়া হয়। তেনে পৰম্পৰাত, কাৰবিসকলৰ বহুতো লোক সাহিত্য চিৰদিনৰ কাৰণেই কালৰ বুকুত হেৰাই গ'ল। তথাপিতো এই জনগোষ্ঠীৰ লোক সাহিত্য আজিলৈকে অতি চহকী হৈয়েই আছে। কিন্তু ৰক্ষণাবেক্ষণবিহীন এনে লোক সাহিত্য কিমানদিন জীয়াই থাকিব।

স্বাধীনোত্তৰ কালৰপৰাই কাৰবি সমাজলৈ আধুনিক শিক্ষা সম্প্ৰসাৰণৰ কাম আৰম্ভ হৈছে যদিও ভাষা সাহিত্য সংস্কৃতিৰ মূল্যাঙ্কণ কৰিবপৰা জোখাৰে কোনো শৈক্ষিক পৰিবেশ সৃষ্টি হোৱা নাই। যাৰফলত আজিলৈকে কাৰবি সমাজত নতুন সাহিত্যৰ সৃষ্টিৰ চিন্তা-ধাৰাই প্ৰবেশ কৰিব পৰা নাই আৰু তেনে সচেতনাটোও একপ্ৰকাৰ নাই বুলিব পাৰি।

সেয়েহে ১৯৫৯ চনৰ পৰাই সুপ্তপ্ৰায় লুপ্তপ্ৰায় কাৰবি ভাষা সাহিত্যৰ নতুন জীৱন দান দিবলৈ ডিফু সাহিত্য সভাই আপ্ৰাণ চেষ্টা কৰি আহিছে। "এমুঠি কাৰবি কবিতা" ডিফু সাহিত্য সভাৰ দ্বিতীয় প্ৰচেষ্টা। পূৰ্বতে ডিফু সাহিত্য সভাই 'প্ৰতিধ্বনী' নামৰ এখনি কবিতা সংকলন প্ৰকাশ কৰিছিল। তাৰোপৰি "কাৰবি প্ৰসংগ" নামেৰে প্ৰবন্ধ সংকলন এখনিও প্ৰকাশ কৰা হৈছিল। এইবাৰ অসম সাহিত্য সভাৰ সোণালী জয়ন্তী অধিবেশন উপলক্ষে ডিফু সাহিত্য সভাই "এমুঠি কাৰবি কবিতা" আৰু "কাৰবি লোক সাধু সংকলন" নামেৰে দুখনি পুথি প্ৰকাশ কৰিবলৈ আঁচনি হাতত লয়।

বিচিত্ৰভূমি কাৰবি আংলংৰ জনগোষ্ঠীৰ জীৱনধাৰাও বৈচিত্ৰময়। সেয়েহে তেওঁলোকৰ ভাষা সাহিত্য সংস্কৃতি আদিৰো বৈচিত্ৰপূৰ্ণ চিন্তা-

ধাৰাৰ প্ৰকাশ চিৰবৰ্ত্তমান। এনে পৰিস্থিতি তথা পৰিবেশৰ মাজেদি আহিলেও সাহিত্য শ্ৰেষ্ঠ 'কবিতা'ৰ দৰে সূক্ষ্ম অনুভূতিপূৰ্ণ লিখনীক সম্পাদনা কৰাটো মোৰ কাৰণে সহজ নহয়। বিশেষকৈ কাৰবিৰপৰা অসমীয়ালৈ ৰূপান্তৰ কৰোতে ভাষাৰ বিস্তৰ জ্ঞানৰ অভাৱত বহুতো ঠাইত উপযোগী শব্দৰ ব্যৱহাৰ তথা প্ৰয়োগ নহল যেন পাওঁ। ফল-স্বৰূপে কবিৰ তথা কবিতাৰ মূলভাৱ প্ৰকাশ পাইছে নে নাই সন্দেহ। সি যি কি নহওঁক প্ৰতিটো কাৰবি কবিতাৰ অসমীয়ালৈ হুবহু ৰূপান্তৰৰ বাহিৰে আমি একোকে কৰা নাই বিশেষকৈ কবিতাটিৰ মূলভাৱ বিকৃত হোৱাৰ আশংকাত সেইখিনি কৰিবলৈ আমাৰ সাহস নহ'ল।

স্বাধীনোত্তৰ কালত জন্ম লাভ কৰা নবীন তথা উদীয়মান কাৰবি কবিসকলৰ কবিত্বময়ী অনুভূতি কোন পৰ্যায়ৰ হৈছে বা প্ৰকাশভংগী কেনে হৈছে ইত্যাদিৰ বিচাৰ কবি সাহিত্যিকসকলৰ ওপৰতেই দিলো। আমি আশা ৰাখিছো পাহাৰৰ লংকি-কাদমৰ নব নব সৃষ্টি আৰু চিন্তাধাৰাৰ সোৱাদ লুইতৰ ৰংমণ আৰু ৰঙিলীয়েও লওঁক; লুইতৰ চাপৰিত ফুলা সৰিয়হ ফুলৰ সোণালী ৰহণবোৰ পাহাৰেও আকোৱালী লওঁক; থই-ইংলংৰ চেনেহ ডোলেৰে বৃহত্তৰ অসম আৰু মহান অসমীয়া জাতি গঢ়িবলৈ সাহস আৰু দৃঢ়তাৰে আগবাঢ়ি যাওঁক।

কবিতাপ্ৰেমী ৰাইজে পুথিখনি পঢ়ি সোৱাদ পালেই কৃতাৰ্থ মানিম আৰু পৰ্বত ভৈয়ামৰ ভাৱৰ আদান প্ৰদানৰ মাধ্যম হিচাপে পুথিখনে কামত দিলে ডিফু সাহিত্য সভাৰ মহৎ উদ্দেশ্য সফল হৈছে বুলি ভাবিম।

শেষত চিৰচেনেহী মোৰ ভাষা জননীৰ শ্ৰীচৰণত 'এমুঠি কাৰবি কবিতাৰ' অঞ্জলি যাচি পুথিখনিত সন্নিবিষ্ট কবিতাৰ কবিসকললৈ ভুল ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা মাগিলো। আশা কৰো ডিফু সাহিত্য সভাই সাহিত্যপ্ৰেমী ৰাইজৰ শলাগ পাব। কাৰদম্।

১ বহাগ — শ্ৰীছামছিং হাঞ্চে
১৯০৫ — সম্পাদক
ডিফু — এমুঠি কাৰবি কবিতা

সংকলনৰ কবিসকল :


| | | |
|---|---|---|
| ১। | ছাৰএৎ হাঞ্চে | ১ |
| ২। | অৰুণ টেৰণ | ১২ |
| ৩। | পাৰি ৰংপি | ২৬ |
| ৪। | হাৰ্ডে কাথাৰ | ৫৬ |
| ৫। | মোলান ইংতি | ৮১ |
| ৬। | ৰং বং ইংতি কাথাৰ | ৯২ |
| ৭। | ছামছিং হাঞ্চে | ৯৫ |

## ছাৰএং হাঞ্চেৰ কবিতা

১৯৫২ চনত নগাঁও জিলাৰ গৰুবাট মৌজাৰ পণ্ডিত ঘাটত শ্ৰীছাৰএং হাঞ্চেৰ জন্ম। পিছত তেওঁলোক সপৰিয়ালে কাৰ্বি আংলঙৰ হংক্ৰামলৈ উঠি যায়। পিতৃ শ্ৰীজয়ছিং হাঞ্চে আৰু মাতৃ শ্ৰীমতী কাএং টেৰণপীৰ মুঠ আঠোটা সন্তানৰ শ্ৰীহাঞ্চে চতুৰ্থ সন্তান।

ডিফু চৰকাৰী হাইস্কুলৰ পৰা ১৯৭২ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰি শ্ৰীহাঞ্চেই ১৯৭৬ চনত ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা কলা বিভাগত স্নাতক ডিগ্ৰী লাভ কৰে। বৰ্তমান তেওঁ ডিফুতে স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছে।

## ॥ বাপচুৰি আমিনিক ॥

ইনিং কাচিংছাম আলামকে
আন্নুত কাপ্ৰেক আফান
থাননাং আলাম কালিদেত কেনাতি !
নেকাই আছাংতি মিলি আজ'
পিনি নেতা আক'
আমেন কাপ্ৰেক কেতকথ—
নাংলে আৰনিছি
নাংনিং আৰল' আতকছি আতামবুক আলং
আমেন কাপ্ৰেক কেতক আছন।

## বাপচুৰি আমিনিক
### ( ডুবৰি বনৰ মুকুতা )

ভালপোৱা কথাটো আৰু
আনক ক'ব নোৱাৰি !
জীৱনৰ বালি চাপৰিত
ময়ো আজি নতুন নাম এটি লেখিছোঁ,
তুমি যেনেদৰে এদিন লেখিছিলা !



## ॥ বাৰলা ॥

"ইৰি চিকিপ আলংছি কেমে
লুফুন ল'তে ইংজাৰ এত তিতি
কাংবতাং আৰনি আমাং......"
( বাৰলা কেজাংচেং আআৰৱেতা
নেৰিত আনাকে নাংলেলে )
মিৰ বোৰোং আপাৰ আলং
আৰনিছি ইলি কাহেনত তেকাং আমাং।
দংৰেপ পুতছাৰী আনামপী আজ'
কেক্ল' তেকাং ইতুম আকেংবত ;
চিতা আহক নাং—
লামছুৰি ছিতা ইৰি চিকিপ আংলছি কেমে।

## বাৰলা
### ( বাৰিষা )

"হাতৰ মুঠিতে ভাল
মেলি দিলে উৰি যায়
স্মৃতিৰ ৰঙীণ ৰুমাল..."
—হীৰেণ ভট্টাচাৰ্য্য

( বাৰিষাৰ প্ৰথমজাক বৰষুণো
মোৰ পথাৰলৈ আহি নাপায় )
'বোৰোং' ফুলৰ পাপৰিত
এদিন মোহাৰি অহা আমাৰ সপোনবোৰ।
দংৰেপ পুতছাৰীৰ বননিত
ৰিক্ত আমাৰ খোজবোৰ !

## ॥ নেৰল’ চিতিম ॥

ৱেচেং আজ’ ল’তে
নেনিং ক্রুৱাৰেত ৰেত তিতি।
নেকাই লাবাংছ’ আমে আকাৰ
নে নন নেন্নুতৰেত চিংতাং উন-এ তাংল’।

## নেৰল’ চিতিম
### (ভৰ দুপৰীয়া)

বাৰিষাৰ সিক্ত নিশাবোৰত
মোৰ বুকুখন বেছি বিষায়।
মোৰ জীৱনৰ এই জ্বলন্ত জুইকুৰা
এতিয়া আৰু মই
অকলশৰে নুমুৱাব নোৱাৰোঁ।

## ॥ থং নকৰে আতেম’ ॥

“There is no greater pain than to recall a happy time of wretchedness.”

—Richard Ellman

লুদেত নাংতা!
ইংহুন কি-টু’ক নাংপাংবাংৰেন আনতা
বাৰিখা আফাৰান কিতিন
জ’পাংথাং ঋ’ৰে কাচুকুৰ
নাং ইংহাম চেপাক্রেং।



## থং নক্‌ৰে আতেম’
### (থং নকৰেৰ সাধু)

“There is no greater pain than to recall a happy time of wretchedness”

—Richard Ellman

তুমিও বৰ অঁকৰা মানুহ দিয়া!
আকাশখন ক’লা ডাৱৰে ছাটি ধৰোতেই
বাৰিষাৰ আগজাননী বুলি
ওৰেটো নিশা
কণ্ঠ শুকুৱাই ৰ’লা!

## ॥ হুনমেলান ॥

ইতুম কাচেতং আৰাতাই নে লাথাখে।
এ আৰতা আলংকাম আলং
আৰনিছি ইলি কাচংকই—ক’মাতছি
‘আঃ’—নাংপুহুন?
নেনিং বাৰিখা আলাংৰই।
নেমাং ইতুম কাচেতং চেং আমংৰে
ইংহুন এফাৰ কাংজাৰ ঃ ছিনিং কেদামজি
আনিং কেহাং।

## হুনমেলান
### ( কুঁৱলী )

তোমাক কিমানবাৰ লগ পালোঁ
মই হিচাপ ৰখা নাই।
জীৱনৰ ঘাটত
আমিয়ে এদিন পিছলি পৰিছিলোঁ—কোনেনো
'আঃ!' বুলি কৈছিল ?
মোৰ মন আজি বাৰিষাৰ জুৰি !
মোৰ সপোন আজি—
আমাৰ প্ৰথম বসন্তৰ পছোৱাৰে
আকাশলৈ উৰাৰ।

## ॥ মংৰে ॥

"প্ৰেম ? তাতো এক বিষাদৰ জ্বালা
—আন্ধাৰে পোহৰে।"

—ভবেন বৰুৱা

নেকাই আক্ল'লিন আজ' দামপিজুক
কাৰ ৰি ৰি তিতি—আকিলিৰ লিৰ—আকেএৰ এৰ।
নন্‌কে নেচেথে কাচেএন আহুততা
নাংতুনজাম তিতি হালাবাংছ' আংনিম
—মংৰে আব'তৰ কাপাপু
কাং থু
চাম এ
অ' ল' ত'
এপাৰ মিৰ লাপেন ইংছু চিংৰোই কোং আংনিম।



## মংৰে
### ( ফাগুন )

"প্ৰেম ? তাতো এক বিষাদৰ জ্বালা
—আন্ধাৰে পোহৰে।"

—ভবেন বৰুৱা

মোৰ জীৱনৰ আঁউসী নিশাবোৰত
জোনাকী পৰুৱাই তিৰ্‌বিৰাই থাকে
—ৰঙা-ৰঙা, নীলা-নীলা।
এতিয়াটো উশাহ ল'লেই পাওঁ
সেই তিমিৰ স্নাত গোন্ধ—
বসন্তত সদ্যপুষ্পিতা
লহ পহ
সিক্ত
এপাহ ফুল আৰু কাঁইটৰ সানমিহলি গোন্ধ।

## ॥ আৰনি কাংছাম ॥

কেদামতাং ইংকইৰা কেথম আৰনি পেনল'
নে ইংহাম কাংপু।
ইংচিন আৰিহিং আলং চেদানলক
নাৰল' চিতিম আপৰ
ইংৰেংৰোং ৰোং আৰনাম হানচ'ৰে আৰকি।
আৰনি কাংছাম আতাল' আলং
খামথে উনএপিন আজ'।

# আৰনি কাংছাম
## ( গধূলি )

যোৱা তেইশ তাৰিখৰ পৰাই
মই বৈ আছোঁ তোমালৈ।
দুপৰৰ সূৰ্য্যত স্তব্ধ হৈ ৰোৱা তাঁৰত,
হোঁ হোঁৱাই হঠাতে বৈ যোৱা ঘূৰ্ণী বতাহ।
সন্ধিয়াৰ আকাশ
আৰু এটি দুৰ্বাৰ আবেলি।

## ॥ ক্ল'লিন আজ' আৰ্ট'ম' ॥

এজন —
হেলৱিং কাংজাৰ ক্ল'লিন আজ' আদামপিজুক
কেমেপ ঃ কেকাৰ নেকাই আলামতাং।
আকাংতিং আজ' ইংব'দেতনা পু কাচফেৰে
থেংপ্ৰুম আলং
জ' পাংথাং কাংৰেং আৱ' কুক্ কুক্
( আৰেং আংছেছে আনিমছ'পী কাহেমান
আমাং লাংন' কাচিহিৰ)
আকাংতিং আজ' আকাথেআং কাচৰি
নেচই আৰি কাচিলুম—
ৰ'হাৰ আনলে কু'ল' পুআনতা!



# ক্ল'লিন আজ' আৰ্ট'ম'
## ( আঁউসী নিশাৰ সাধু )

আঁউসী নিশাৰ ফাঁকে ফাঁকে
টিমিক ঢামাক পোহৰেৰে
উৰি যোৱা এটি জোনাকী পৰুৱা
ঃ মোৰ জীৱনৰ পৰিভাষা।
আত্ম বিলুপ্তিৰ আশঙ্কাত
ওৰেটো নিশা চিঞৰি থকা কুক্ কুক্ চৰাইটো
( অন্তঃসত্বা গাভৰু দুঃস্বপ্নবোৰ! )
অন্ধকাৰতে ময়ো হাত কোঁচাইছোঁ,
বন কুকুৰাই ডাক দিয়া হলেও!

## ॥ অকলাংপ্ৰাই ॥

"As long as there are fools in the world there will be hope......"

—George Barnard Shaw

নাংতা পুথাক থাকে লেল'।
নাংপি পেন কাচেকাক আহুতকে
নাংতা কাংজাৰ আৰ পুছি চেচ্চাক তেকাং।
পিনি আৰনি নেৰি নেকাচংছিপ
তংজেত আহুতকে
নে নাং কেথেকলং—নাংতা তাকুন আছন
নাংৰি আকেএৰ।
পেনাপ কেৱাংজি আ আৰনিতা
নেৰি কেৰ'
আকেএৰ মান দেং নই।

# অকলাং প্ৰাই
( দাঁৰিকনা )

"As long as there are fools in the world there will be hope......"

—George Barnard Shaw

তুমিও সেই একেই পথৰে পথিক।
যাওঁতেটো কৈয়েই গৈছিলা
তুমিও 'উৰন্ত চৰাই' বুলি।
আজি মোৰ ৰক্তপায়িত মুহূৰ্তত দেখিলোঁ
তোমাৰো তেজ শগুনৰ দৰে— ৰঙা।
অহাকালি উদিত সূৰ্য্যও যদি
মোৰ তেজৰ ৰং লাগি ৰঙা হয়!

## ॥ ছাংতিমিন্দাৰ ॥

লাদাক মুনিত ইনুতাতা আৰে।
নাংতুম ক'মানতুনে মে থেকলংল' মা ?
মে আংতাং আলং কমানতুনে
নাংইংথিন চিংতাং লংল'মা ?
আৰএ কেলক ক্ল'পুত পুত
নিক্ৰেং, আজ' কাংছাম নাংছ' কাচাৰ্দেং
নাংবাং, নাৰি, নাংকেং,
লাং আচেং আছন কেক্লেম—কমানতুনে নে
মে কাচিংতাং আলাম মাথা ল'মা ?



# ছাংতিমিন্দাৰ
( মৰুভূমি )

মানুহ ইয়াত এজনো নাই।
জুই তোমালকে কেতিয়াবা দেখিছানে ?
জুইৰ উত্তাপত তোমালোকে কেতিয়াবা
কলিজাবোৰ সেকি পাইছিলা নে ?
বগা বৰফেৰে ঢাক খাই থকা নিশা
দাঁত কৰছা শীতত
জুইৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছানে কেতিয়াবা ?

# অৰুণ টেৰণৰ কবিতা

১৯৫৯ চনৰ নবেম্বৰৰ ১ তাৰিখে কাৰ্‌বি আংলঙৰ ডকমকাত জন্ম গ্ৰহণ কৰা শ্ৰীঅৰুণ টেৰণ এজন সম্ভাৱনাপূৰ্ণ কবি। পিতৃ স্বনামধন্য সাহিত্যিক শ্ৰীলংকাম টেৰণ আৰু মাতৃ কাচে ৰংহাংপীৰ তৃতীয় সন্তান অৰুণ টেৰণে ১৯৭৮ চনতে দেনগাঁও হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি সম্প্ৰতি ডিফু চৰকাৰী মহাবিদ্যালয়ৰ স্নাতক মহলাৰ ছাত্ৰ। "মনজিৰ", "কাৰ্‌বি আংলং আংতং", "অগ্ৰদূত", "সেউজী সেউজী" আদিৰ জৰিয়তে কবি ৰূপে আত্মপ্ৰকাশ কৰা শ্ৰীটেৰণৰ ভৱিষ্যত উজ্জ্বল।



# টিপিত আলং নেপেই আমেক্ৰি

আফাৰচাপতিন আফুৰকিম'
আথাক পেনছি নে
নাংকেকাত
কালাখা উন-এপিন আমুং
পেন কাংনাংথিপ আৱাইকাং পেন,
নে লুনজিৰ কাইকেতা কাবৰ-ই
কেজকজি আফান।
নন নে কাৰ্জু পাংদেন
কেহাং কেতাবাম, থাই আছ'
পেন কাংনাংথি আজ' কাচিৰু আছে।
( ইতুম দ' পাজইচত আৰকম ! )
লাছ আপত হালাতুম কাইকেতা
কাবৰ-ই নে ইংথিন কেক্লক পনজি
আফান, আথেকে নে নেপেই আফান
কাংহন ছ' দ' অ'।
নে ইংথিন আৱিপেন লাপতছি
নে আৰ্নিছি,
ফুৰকিম' আফাৰচাপ আথাক
তকদেত ল'—
টিপিত আলং নেপেই আমেক্ৰি
ইতুম আফানচত।

কবিতা—১

## তিপিত আলং নেপেই আমেক্রি
### সমাধিত আইৰ চকুলো

ইতিহাসৰ প্ৰতি পৃষ্ঠাৰ
বুকুৰেদি,
মই দৌৰি গৈছিলো
অসংখ্য শব্দৰ বন্দীত্বত
মোৰ কবিতাই
মুক্তি বিচাৰি প্ৰতিবাদ
কৰি উঠে।
মই মাথো শুনি ৰওঁ
হাহাকাৰ কৰি উঠা
কাঁড়বিদ্ধ এই তামসী নিশাৰ
কান্দোন।
( আমি মাথো উপলক্ষহে আছিলো ! )
সেইবাবে সিহঁতে
মোৰ কলিজা উলিয়াই নিব
বিচাৰে,—মই যে মোৰ আইক
ভাল পাওঁ।
কলিজাৰ তেজেৰে সেয়েহে এদিন
মই লিখি পেলালো,
ইতিহাসৰ এটা পৃষ্ঠা,
সমাধিত আইৰ চকুলো
কেৱল আমাৰ বাবে।



## ফুছাৰ আলাম' কাচিকিম'

কেতক্তে আফুৰকিম'
নে তিপিত আলং
আংতং কেৱান জুতকক্টিটি।
লাছনছি কেকাত চেপাংতাংছি
আৰি চিকিপ আলং ৱান্জি
ফুছাৰ ফিছাৰ আলাম'
ক্লাংৰিম আহাৰচি।
এছে দতিকলে টাৰহাম ছিতা নন্কে
থাংনাতটা আজু´ লংলে
পিৰ্থে একে পাহাচে এপেই
আনিংহুক আলাম নাংতুম
পি চিনিজি—
লাছ কাংজিৰটুপ আনিংহুক আংবং
হেল' কাচেপাতু ক'আন
তক্তে আফুৰকিম' ?
ফুছাৰ আলাম' আফান
ৱাংনন্, এপেই আতিপিত আলং
পিনি আমাতলে যে আন পিলনাং।

কবিতা—২

## ফুছাৰ আলাম্' কাচিকিম্'
### আজোককাৰ স্মৃতিত

অলিখিত ইতিহাসবোৰ
মোৰ সমাধিত
স্তব্ধ হৈ বৈ যায়।
এনেকৈয়ে দৌৰ মাৰি
হাতৰ মুঠিত লৈ আনো
আজোককাৰ বাৰ্দ্ধক্যৰ
অস্পষ্ট ৰেখাবোৰ।

চিঞৰ মাৰিলেও এতিয়া
একোকে নুশুনি,
অন্তসত্বা আইৰ আজন্ম
কোলাৰ দুখ, তোমালোকে
কি বুজিবা,—
এই বিস্তাৰৱীৰ বুকুতো যে
লুকাই আছে কিমান
অলিখিত ইতিহাস।

আজোককাৰ বাৰ্দ্ধক্যক
আহা আইৰ সমাধিত
আজিয়েই সমাধিস্থ কৰি থওঁ।



## নেকাই-নে লুন্জিৰ

তিপিত আলং নেকাই
কাংৰ'তাং—
লাকে চুহুত আলাম!

নন নে চেপাৰন'তা আলে আৰে,
উনতিকলে চেজত তা নেহাৰচি
নে চেনেপ উন-এ।

ক আন ল'নে কাপাংৰুমজি
আৰ-এ আমু।

( নেকাই চিংৰেই এত তাংল! )
একাই এ-আৰ্তা,
চিংবাৰবে, চিংদন্দে
বাং একিপু।

কবিতা—৩

## নেকাই-নে লুন্‌জিৰ

### মোৰ জীৱন - মোৰ কবিতা

সমাধিত মোৰ জীৱন
স্তব্ধ যে হৈ গৈছিল,
সেয়া সৌ সিদিনাৰ কথা হে !
এতিয়া স্মৃতিৰোমন্থন কৰিলেও
মোৰ শত নহব একোকে,
যিমানেই হাত নেমেলো কিয়
মোৰ ছাঁক মই
হৈতো আৰু চুকি নাপাম কাহানিও ।
আৰুনো মই কিমান গোটাম
সৰি পৰা নিয়ৰৰ টোপালবোৰ ।
( মোৰ জীৱন এনেকৈয়ে হেনো খহি খহি গ'ল ! )
আমাৰ জীৱন, বয়স
সকলোতেই হেনো অমিল
সিহঁতে কয় ।

* Nekai Nelunjir,

## এপিটাফ

লাহেল' "উমৰাছি" আলাং,
আকুংকুং ছেৰ কাপালিতাং
ছাংতিমিলি আথাক
হালা কমাত আকেংৰতছি দামক্ৰি ?
হেল'ৰিং আনাতছি প্ৰাইদাম
কমাত আকেংৰত লণে
মাছি. চিনিজি ।



কবিতা—৪

## এপিটাফ

### ( এপিটাফ )

এইখনেই 'উমৰাছি' নৈখন,
পাৰত সোণ বোলোৱা
বলুকা ৰাজিৰ
সৌৱা কাৰ খোজৰ চিন ?
অদূৰত হেৰাই যায়
নাজানো কাৰ খোজৰ চিন
( কোনে ক'ব মোক । )

* EPITAPH, (LUNJIR—4)

## লুনৰিম আনিংদুক

আহক আলাম—নেকাংহন,
নেতা চিপুপে
লং ক্ৰন্‌জাং পুকে ।
নাংফান্‌তা নাংপুপে
হাঈমু এজাং পুকে ।

( কাপাংৰুম পেন কেলং, লাহেল' নেকাই আলাম )

কৰিতা—৫

## লুনৰিম্ন আনিংদুক

( কবিৰ বেদনা )

সঁচা কথা,
মই নিজকো নাভাবো
'লং ক্রনজাং' বুলি
তোমাকো নাভাবো
নাভাবো 'হাঈমু এজাং' বুলি।
( পঞ্জীভূত এইটোৱেই মোৰ জীৱনৰ ইতিহাস )

LUNRIM ANINGDUK (LUNJIR—5)

## জিৰ্ল' আম্নাং

চুহুত আলাম,—
ক্লনিন আনিংৰে,
ক্লক্লাৰ কেতিন্‌ৱা এতুম
চিক্ল আতুৰ কাফেৰাইদাম······!
নাংকাংজুই আথেংপি আৰ্ল'
এহুং নাংকেক্ল' আৰ্কি আন্‌তা এতুম
কাথিৰিক।



কবিতা—৬

## জিৰ্ল' আম্নাং

পুৱতিৰ নিশাৰ সপোন

সিদিনাৰ কথা,
এন্ধাৰ ৰাতিত,
বাহিৰত জোনাক ভাবি
আমি যে জোনাক বিচাৰি
হাবাথুৰি খাইছিলো·········!
ঠিক আমাৰ কাষতেই
সৰি পৰা পাতৰ মৃদু শব্দতেই
আমি দুয়ো চক্‌খাই উঠিছিলো।

JIRLO AMANG, (LUNJIR—6)

## কাম্নুনথিথু পেন

থেৰাক মেমে—
ছেৰ-ৰূপ আহিদি আংবং
ইপেই আকাংহন কেৰিদাম পুকে।
( কামুনথিথু পেন )
আহক আলাম,
নেপেই আকাংহন আলংছি
নে "লংলে" আংনিম কেলং।

কবিতা—৭

## কামুনথিথু পেন
### ( উপলব্ধিৰ শেষত )

লাজ লাগে—
সোণ-ৰূপৰ পথাৰৰ মাজত
আইৰ মৰমক বিচাৰি ঘোৰাটো।
( উপলব্ধিৰ শেষত )

সঁচা কথা,
আইৰ মৰমৰ মাজত
মই বিচাৰি পাইছো
"মাটিৰ গোন্ধ"
*Kamunthithu Pen (Lunjir—7)

## দাম্পিজুক আতুৰ কেৰিদাম আহুত

লামকান আলং আৰকম
নে নাংকেথেক্ লং
লৰপ্ আৰ্ব' পেন মহৰ
চিদিপাছি—
নাং-লজিৰ আলং কাচেলাং
লজিৰ আলং কেক্লাং আহাৰ্চি
মুতে নে মেমুমা ?
নেনিং আহনুথে নন আনৃতা
পাৰ্বিৰ উন-এলাং—কালিতে
বাং, এতুম আফান কি 'জং 'থাপ্
আৰকম তাহাই !
হিংচং পাথেৰাং আপৰ আহুত
হুনমেলান আপ্থিপ আপিৰ্বি আথাক
নে থাংতা আৰ্জু লংলে,
থেক্লংলে থাংতা।



কবিতা -৮

## দাম্পিজুক আতুৰ কেৰিদাম আহুত
### জোনাকী পৰুৱাৰ পোহৰৰ সন্ধানত

খুব সম্ভৱ তোমাক মই
ৰঙ্গমঞ্চত দেখিছিলো !
বনৰীয়া কলপাতেৰে মুখখন
আঁৰ কৰি
তুমি, দাপোণত নিজকে চাইছিলা,
দাপোণৰ তোমাতকৈ
মই বেছি ধুনিয়া নহয় জানো ?
জানা মোৰ অন্তৰত
সন্দেহ এটা এতিয়াও মাৰ নগ'ল, হয়তো
সিহঁতে এনেয়ে আমালৈ আঙুলি টোঁৱাইছিল।
"হিংচ্ছংপাথেৰাং"ৰ সময়ত
কুঁৱলীৰে আবৃত্ত এই ধৰাৰ বুকুত
মই এতিয়া একোকে শুনা নাই
দেখা নাই একোকে।
*Dampijuk atur keridam ahut (Lunjir—8)

## মনিত আলাম

চেথানথু ছিলাং—মনিত আলাম,
হাক' পিৰ্থে লংলে আৰ্‌লং
কাংতুক আহুত আলাম।
ইফু আফুহাৰ নাংকেথান তেকাং—
পিনি আন্‌কে পিৰ্থে তা
কিৰ্লাচিত ল'!
মনিত আলাম চেথানতে
পি আলে দ'আলাং।

কবিতা—৯

## মনিত আলাম

### ( মানুহৰ কথা )

আহা আকৌ কওঁ,—মানুহৰ কথা,
তাহানীৰ সেই শিল-মাটি,—
বোকাৰ দৰে হৈ থকা সময়ৰ কথা।
প্ৰ-পিতামহে কৈ থৈ যোৱা কথা।
প্ৰথিৱীখনো আজি
সলনি হ'ল!
মানুহৰ কথা কৈ
আৰুনো কি লাভ হ'ব।

* Monit Alam (Lunjir—9)



## এ-কাই

নে চিনি, আংতং কেৰিদামকে
আৰ-এ আমু কাংজিৰ আছন
লং উন-এ।
মুনথিথা—
কাচিৰু কাংনেক হেল'মা
পিৰ্থে আজুতাং ?

কবিতা—১০

## এ-কাই

### ( আমাৰ জীৱন )

মই জানো, প্ৰতিধ্বনি বিচাৰি যোৱাটো
গলি যোৱা নিয়ৰ কণিকাৰ দৰে
বিচাৰি নাপাওঁ।
উপলব্ধি কৰি চোৱা,—
কেৱল হাঁহি কান্দোনেই জানো
পৃথিৱীৰ নিয়ম ?

* E-Kai (Lunjir—10)

# পাৰি ৰংপিৰ কবিতা

১৯৫১ চনত কাৰবি আংলঙৰ তাবাবাছা বংপি গাঁৱত শ্ৰীপাৰি ৰংপিৰ জন্ম। ডেনগাওঁ হাইস্কুলৰ ৭ম শ্ৰেণীত পঢ়ি থকা অৱস্থাতেই 'সোণাৰুৰ ফুল' নামৰ কবিতাৰে আত্ম প্ৰকাশ কৰা শ্ৰীৰংপি এজন উদীয়মান কবি। ১৯৬৭ চনতে প্ৰৱেশিকা পৰীক্ষা পাছ কৰি শ্বিলঙৰ চেণ্ট এন্থনী কলেজ আৰু পিছত ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। কাৰবি ভাষা-সাহিত্যৰ উন্নতিৰ হকে আত্মনিয়োগ কৰা ব্যক্তিসকলৰ ভিতৰত শ্ৰীৰংপিও অন্যতম।

বৰ্তমান ডিফুত স্থায়ীভাৱে বাস কৰা শ্ৰীৰংপি স্বাস্থ্য বিভাগৰ এগৰাকী কৰ্মচাৰী।



# ইংহন ক্ৰুই

থেৰাক ফেৰে ইংৰিংহিক আনিং
বিহেক আঅ'ছ' তেন তেন
আছাপছ' চেপাৰজান চেৰাই তুনছি
লামকান আৰাইকাং আলং চিক্লাং তুন পেন
আংদেংতিন আলং ন'চিদেন তুনছি
লামৰং কেংকেং নিংজ পনল'
নাংলামকান পাচক পামেএংজি আফান।
নাংনিংকেহাং নাংনিংকামাথা চকমেএংল'তাংতে
কাংহন কেপাজিৰ আংথেককে
নেতুং আলং নাংকেফ'ৰই
নাংৰিচিমুন হংফ আবান আন হেল'।
হকএং আফান কুৰৰাংথু পিছি
লামজিৰ ৱাংচত আলিং
কাংহন কেপাজিৰ থেক নাংঅত নাংতুৰ
কাবিছাত আফান নিংআৰল'দিমক্রং পেকপনছি
নাংৰ' পনবমল'
আছাপছ'ৰেত ছেতা তকপনবৰ তাহাইপ'
নাংডায়েৰী আফাৰতিন আলং
নাংলামকান আৰল' ত'ৱাৰ কাহেলাত তাপ
কেচকচে কেলেলে নেকাম নেজাম দ'আনতা।

বন্তা !
আৰনিছি দ্রহিং আৰুম আলং বাচিতিংনে তেকাং
নাংডায়েৰী আফাৰতিন পুৰ চংহু পেন
হালাদাক চংহই ল'নে
কাদ'কাৰে আমেন আলং নেমেনকে চিথেক লংলে ।
লাবাংছ' আফিকে !
নিংৰুনহুপ পেন নিংকেথে নিংকামাথা দ'আনতা
ছাংতিমিলিপী আলং কাংচিৰ কালাংইক পেন কেথি
বেহুইন আছন বেন মান দেতল' ।
লাবাংছ' আকিথিতাং আচেথে কাংথুৰ থুজিকে
কাংথিৰএৎ কাচিথিং আলাং এজই হেল'বন ।
ব্রাংনন—চিলাং পেন্ত পেন হুতল'নাং
কেছ'লুপ আছাংতিমিলিপী আলং
কিলিক্লেম কিলিহুং আলাংৰইছ'
আলাং কেজুন আনতা
ইঅক ইচিথে ৰেংইছাপজি আফান



# আলে

ক্ল'লিন থেংকক আকাংতিং আনিংৱে
ক'পিনে কাচ'ৰি ফাৰাই ৰক আহুত
নেনিং দ'ন' হুনজিনছি
কাৰৰিৰি আথেংতম ইচুম পাজিৰ হুনল'
ইংছু আমাম কেহুপথিপ কেদাম কেছুংনাই
আত'ৱাৰ আজাক কিদিংপী
পাপাৰপনছি কেমাংএ আদিম পালেল'
কেলাংমেমে লাছ' আচুম আতুৰছি ।
ছুৰি ছুৰি আনিংকান আফি
চিথাংপ্রেল' নাংকাপাক্রাং আলামথে
আৰজু লংলক পেন নেনিং চনকাৰ চনফমল'
নাংপেন কাচিতং লংজি আফান,
নাংকে আৰনাম আছনছি
আকাংতুই আংহই আলংছি ইংনিতানল' পুতে ?
কাৰেংমে কাচিথাং আবিৰ্তাছি
নেকেংকাম নাংপাচিজৰল'
নাংৰিচ' আদৰবাৰ আলং
কেলংলে কেলংজি নিংথে দামছি,
বাংছ' আলেকে তাল' ইছি কেপ্লেং
মেকক্ মেকলাং কাংৰপছি ফুৰচতল' ।
লাছ' আলিছি ৱান ৰমপ'
নাংকাই আৰজন আহুত পেন আহুত
নাংকাচিচাক উন্‌এ কাচিচাক ছেলেত ।
পিনিলে ইংনেক নন
পিনিলে নাংনিং থিনন
আথে আপৰ নাংহুৰে ৰমল' ।

## ইংহন ফ্রু ই
### বহ্নিঃ মৰম

মই সৰু ল'ৰা
লাজ ভয় সঙ্কোচে ভৰা মন
প্ৰৱেশ কৰিছোঁ ৰঙ্গমঞ্চত
সামান্য এক ভাৱৰীয়া হৈ
নেপথ্যৰ সুৰে সুৰে
গাই গৈছোঁ অংকে অংকে
মঞ্চস্থ কৰিছোঁ সফল কৰিবলৈ
তোমাৰ নাটকৰ।
তোমাৰ কামনা তোমাৰ বাসনা
হয় যেতিয়া সম্পূৰ্ণ পূৰণ
মৰমে তোমাৰ কোমল হা বোলাই
চিহ্ন হয় পিঠিত তাৰেই প্ৰতীক
পাঁচোটা আঙুলিৰ দাগ।
সত্যকে ধন্য মানি
প্ৰসঙ্গতে প্ৰসঙ্গতে প্ৰশংসা কৰিছোঁ
স্বভাৱ সুলভ তোমাৰ প্ৰতিদানত
বিশ্বাসৰ মূলমন্ত্ৰকে সাৰোগত কৰি লৈ
গভীৰ আস্থাই থিতাপি ললে তোমাৰ প্ৰতি
যৎকিঞ্চিৎমান হয়তো লিপিবদ্ধ হৈ ৰব
তোমাৰ ডায়েৰীৰ পাতে পাতে



ভুলৰেই পথিক মোৰ সমূহ অৱদান
তোমাৰ নাটকত।
কিন্তু!
এদিন ড্ৰয়িংৰুমত ভুলতে এৰি থোৱা
তোমাৰ সেই ডায়েৰীখনি
লুটিয়াই চাইছোঁ পাত পাত কৰি
তাত দেখোন নাম গুণ নাই
হাজাৰ ভাৱৰীয়াৰ সতে মোৰ?
তেতিয়া!
মন ভাঙি চুৰমাৰ হ'ল আশা ভাৰসাৰ
মৰীচিকাত আকণ্ঠত শুকাই যোৱা
বেদুইনৰ মৃত্যু যেন হলোঁ।
এই মৃত্যুৰ মৃত্যুসঞ্জীৱনী
মাথো এটুপি স্বচ্ছ পানী।
আহা—সমদলে সৃষ্টি কৰোহঁক
মৰুভূমিৰ উত্তপ্ত বালিত
চিৰপ্ৰবাহমান এটি শান্ত নিজৰা
যি পানী পান কৰিলে
জীৱন সজীৱতা হয়।

## আশ্লে

### ( পৰিণাম )

গভীৰ তমসা ৰাত্ৰিত
কিহবাক খেপিয়াই ফুৰোতেই
দবদ হৈ উঠিল মোৰ হিয়া
টিমিক ঢামাককৈ জ্বলি উঠা
পোহৰৰ এটি শিখা
তুলি দিলো তোমাৰ হাতত
কণ্টকপূৰ্ণ বিপদ সংকুল ভেদি
গন্তব্যৰ তোমাৰ স্থানত
বাট বুলাই লৈ গ'ল
নিকৃষ্টৰ সেই পোহৰে ।
শতাব্দীৰ বহুত পিছত
মুখৰিত হ'ল চৌদিশে
প্ৰগতিৰ তোমাৰ কাহিনী ।
মন মোৰ উত্ৰাৱল হ'ল
তোমাৰ সান্নিধ্য পাবলৈ
তুমি বোলে বহি ৰইছা
মহা ৰজা হৈ উচ্চ আসনত,
মুখৰ উৰা বাতৰিয়ে
পদধূলি আনি দিলে
তোমাৰ ৰাজদৰবাৰত
নোপোৱা পোৱাৰ আশাৰে.
যাৰ পৰিণাম এসাগৰ ভৰা
অশ্ৰুজলৰ উৎসহে খান্দি উলিয়ালো ।
এই সোঁতে উটুৱাই আনিব
জীৱনৰ পলে পলে
তোমাৰ অসহ্য আমনি লগা ।
আজিয়েই হাঁহি লোৱা
আজিয়েই ক্ৰোধান্বিত হোৱা
সময় যে আৰু নাই !



## কাচংদুক

নাংকেংৰি আলং মাহাং থেকছি
বিকাং আছন জিবল' নাংবাং আৰজন
বাবলা ৱাংজিৰ জিৰ আকাংহন বেন লংছি
পাংপ্লুম চুনল' এপাক পাকনি চিংজক আৰদংছি ।
ইংঅপ অপ লাছ' কাচিজক আঅত
মেক ৰ'মু মেন মেন থেকলংছি
পাংবাৰল' এফান আফ্ৰাং পেন নন আন
লাছি ল'জি নিং আৰল' তুৰদামল'
ৱিৰবাং ৱিৰক্লুং নাংহাৰ্চি ম'ননফি ।
লাছ' আফি ৰুইপী আছন নাংমইছি
জাকং হবাং পৰেদেত পেন পালাকল' এফান ।
থেকলংল'ব' পিৰথে নাং ইংছু আনিং হাচি
চিচাক উনজিমা লাছন কাহ'ল' ?
জাকং পিথা জাকং পিথা জাকংপী পিথা
ইফু চিংথুৰছি চিথামথে আৰি চৰপেতছি
জাজাংতাং আংছুং নেতোম পাক্লাংজি ।

## কেফা

নাং মাত মাতি পাই ?
নিম ৰকম কাচিংননাই
আদাপ কাংথাং মাহাং কেথেক ছ' আক্লেংনাং
প' আঅক আৰি পেন পী আকাংহন পেন
কাফিৰন' নাংমেথাং পিনি
ৰাজে কেমে নীমছ'পী ইনুত আকিমিপুছি ।
কাই আদনকাম আথাক কাৰলু পেন
আজিছ' আকামাথাথেক আকাংতুই আংদেং
তেকাংএংল' কাদ' কাৰে
লানাং কালিমা কেচকচে ?
নিচি আনাত ৰেংআংজাং আপিন্দেং চুম্পত
নিংহাংতুন ইংচাম ইহি পেন
চিপাক্লাংদাকল' ৰে আং হই হাই ।
কাপ্রেক আদৰছন নিংদক মুনাক পেন
চিপ্লাং ই এঙ্গ' পিনি ৰানকক, জিৰইক, খনজাৰি ।
মেথাং ক্লেমদাম আকৰম' চেৰাৰফিত পেন
কাপ্রেক আংলং কাকুকক আফান
বাহুতা পুপে কামাথা থেকনাই ।
পুতুং আম' কাংব' আপী আমাহাং লাংল'তে
মেক হিনি আলং মেকক্ ৰেণনি নাংবুপ্রুপ তিতি !
ৰাংনন ৰাংনন কাদ'কাৰে ৰাংনন



ৰাইল'নাং ৰাইল'নাং কাচিতেকাং ইতোম
দ'আন নীম ৰকম কেপ্লাং
বাং আবলন কেপাংএ কেপ্লাং দ' আলিৰ আচাম
পাৰিৰৰা ইপী আফান চাৰদমল'নাং
আলাংলি আনিং কেদক আনিং কাংছাম
আপিন্দেং চুম্পত চিংথাংপিৰা ।
মেথাং তেনে পেন কাপ্রেক কেৰানকে
পাজিৰপ' চতপ' থেৰাক, ইংদাইহপ, নিংঅইজিন, নিংদ'ন' পেন
কালিতে পুথা আনপাৰ ফাৰমান পি দ'লাং ?

## কাচংদুক
### ( প্রণতি )

তোমাৰ গুৰিতেই জনম লভি
লতা হই বগাইছিলো তোমাৰ দেহাতে
উৰ্দ্ধমুখী হই এপাত দুপাতকই
ঠন ধৰিছিলো তোমাৰ বুকুৰ উমেৰে
মিঠা বসন্তৰ পৰশ যেন পাই ।
লহপহীয়া এই বাঢ়া গতি
হঠাৎ তোমাৰ শেন চকুৰে দেখা পাই,
ৰিজালা আমাৰ অতীত বৰ্ত্তমান
প্রতিবিম্বিত হ'ল মনৰ দাপোণত
সৰ্বহাৰাৰ ছাঁ তোমাৰ ভৱিষ্যতৰ
সেইহে অজগৰৰ ভাৱ মূৰ্ত্তি লই আক্রমণ কৰি

শক্তিহীনা কৰি পেলালা অৰহ কৰি
দেখিলানে পৃথিৱী তুমি কাঁইটীয়া মনৰ ছবি
সহিবনে কোনোবাই এনে ব্যভিচাৰ ?
শক্তি দিয়া শক্তি দিয়া মহাশক্তি দিয়া
মূৰ তুলি হিংসাৰ শিকলি ছিঙি
মুক্ত জোৱাৰ তুলিম আমি।

## কেফা
### ( আহ্বান )

তুমিনো কোন আই ?
তুমি কৃষ্টিৰ চিৰ চেনেহীৰ
পুৱাতে জন্মৰ প্ৰথম জীয়ৰী।
পিতৃৰ পৰশত মাতৃৰ পালনত
প্ৰতাৰণা কৰিছা নিজকে আজি
নৱ সুন্দৰী এক আধুনিকা বুলি
কালৰ জখলাদি ৰগাই পোৱা
ক্ষুদ্ৰতম জ্ঞানৰ উচ্চ স্তৰতেই
পৰিসালা সৰ্ব্বস্ব কৃষ্টি সংস্কৃতি
নহয় জানো ই তোমাৰ দুষ্কৃতি ?
পাশ্চাত্যৰ নাঙঠ পোছাক বলীয়া হই
দিলা অৰ্দ্ধ নগ্ন প্ৰকট পৰিচয়।
পৰৰ আকৃষ্ট হৈ নহয় কদাপিও
পিনি, ৰানিকক, জৰইক, খনজাৰি



বৈশিষ্ট্যক নেওচি পৰৰ লুণ্ঠনকাৰী
নোবোলে কেও মহাজ্ঞানী।
পৈতৃক হাৰা মাতৃৰ মুখনি চাই
বৈ আছে চকুত দুধাৰি চকুলো !
আহা আহা সকলো আহা
ৰক্ষা কৰো ৰক্ষা কৰো
আমাৰ পৰিত্যক্ত কৃষ্টি সভ্যতা,
আনৰ সৌন্দৰ্য্যতা ৰং-ৰূপ বিলাস
বিনাশ ঘটাই পূজিম মাতৃক
তাইৰ ভালপোৱা
সুন্দৰ পোছাক পৰিধান কৰি।
সঙ্গী হয় মাথোন
লজ্জা, তুচ্ছ, করুণ বেদনা
নহলে কোৱা আছে কিনো ভাগ ?

## কাপানুং

(১)

বাণাম কাছনছে ম'নিত ফাংন'তুন
পু ম'নিত নিংজে আলাম
জইলুত কে উন্এ কাৰজু নিংথি চতকে
কানিংজে আবাং জংছি নকবে।

(২)

আহক কাতেৰেক    বাতকক আহকহে
পিনচং বমল' নন আপিৰ্থে
কেনাংনে আদিমছি    পিহ্নন মৃদং প্ৰাকছ' আছে
পিপথুপ লুন আজিৰ কেমে।

(৩)

কাই আংদি আঅত    কেথিপ আপ্ৰাকছ'
নাংতা হুম হুন নন
লাছ' আলং    থিপ হুননন মৃদং
নিংপাংহুকজিন ক্লাংপ' আতেঅত।

(৪)

ৰিচ' আহেমকে    ৰিচ'ছি ইংনি
হাদাক আৰে কাপ্ৰেক আংহইকে
নিংহুক নিংলাক আহুত    চেথাক হুন ৰাপ ৰাপ
ৰাত আতোম আলং পাতুম হুনছি নে।

(৫)

ইংতন ইংথি    চলং জংহেতা
দ'জই ইংনিলুন আবাং
আলাম বেংহুনদে    চেক্ৰই হুন থেকতে
ছিনিং আংছংতা মানাজ আলাংদিম।

(৬)

কাংতাং কাংতাংতে    কাচিদান আৰন
কাইকে কাংচাংছি হাই বস
কিমি আবাৰিম    আজিৰ চেদানকে
লুনজিৰপ' আকাইছি কন।



(৭)

নিহাং আৰনিৰাং    নিচি আৰনি চি
ছনছি আৰনি কাইকেদাম বম
কাংতাং আদে আলং    কাইকেৰেমহুন হপ
থিপথেং লাছ' কাপিনচং।

(৮)

আৰনি আতুৰমুতে    ইংছাম মুচতজি চিক্ৰ' আতুৰছি
পুলে নিংজেতা থাং আলে আৰে
নিংকেদ'ন'    কাইতা জুত উন্এ
কেতকতাং আতেহাং লানে কেপ্লাংপ্লে।

(৯)

পিন্দেং পিণ্ঠি পেন তুলদাং    বাং ৰকম আছন
নিংকাংছাম কাইতা ইক উন্এ
খাংজিছি মাথা    লামকুৰু আমান
তকছি চক চক চকচে চে।

(১০)

কাংহন বামৰেতছি    পাৰেংজি নিংহাং
নিম ৰকম খাই চিথে আফান
বন্তা চকচে দেত বনলা    নে কামাথা আলাম
আথে আৰদিকে নে আৰজাংতাং।

(১১)

খাই মেথাং আলংৰি আলং    চিকুৰবুৰল' নে
চকচে নে আছন দ'আন
দিয়াথা নেফান    চ'অতল' নাংকেং
পান্নুংকুক পেন চিৰুইজুইপ' নে।

## জংছি

নিং আবল' আবিৰি জংছি পাপুপে মিৰ
মেন আলে আৰে পাপু মে আমিৰ
আলিৰ আৰেতে দাপ কাংথাং আমাং
থেকজিমা আলাং ইংহুকজিনজি কাই ?
কামাথা কাইকে জংছি ইংব'বম
দ'উন্এ হাদাক আহক নাংতুৰবং
আৰেদেত আদিম আহক নিংকেমাং
কাই হালাদাৰ পাচ'বাই পিনাক
থিহই হই পেনকে ৰেংহই হই নিংথে
ম'নিত আফেৰফাৰ আনচত আকেমাং লাকে ।
চ'বাই চ'বাই কাদ'কাৰে চ'বাই
মেথাং আফানলে জংছি নাং মেথাং মাথাথে,
কাচিংহন আবাংপ' আকাংহন জংছি কাংহন চিনিনে
মেকক্ল চিপ্লাংজি নিংহুক আলাংছ'
চিপ্লাংপ্লে কাইআৰজন মেথাং চিতেনে পেন
দ'কক ছাংককেকে চিপ্লাক্লাংচতকে ম'নিত কাইমানমে,
জংছি আৰে নাংদে নাংতুৰ
আৰে হালাদাক কেৰেংজি থাংনাত আকেমাং ।
আৰজু লংতা আৰজু লংলে চংহই চিনিতা চিনিনে
পিনপুৰ দেত ক'আন নিংকেদ'ন' আলাম
মেকক্ল লিক্রেন ক্রনছি পিৰথে কাপাচাম
লাহেপ' কাই কেজুত বেন আৰনি কাংছাম
পাতু নিঃকেদ'ন জংছি দ'ৰেপ বাহু আনিং আবল'
ইংনেক ইংনেক ছেতা কাংনেক ক্লাংক্লন' ।



## কাপানুং

( বিমুখ )

(১)

ঈশ্বৰে পাঙে মানুহে ভাঙে
কয় মানুহে বচন
নোৱাৰে গ্ৰাহিব শুনোতাৰ খণ্ডে
কওঁতাই যদি বলিয়ান ।

(২)

সত্যক আঁতৰাই অসত্যক বহুৱাই
চলিছে পৃথিৱী জুৰি
অদৰকাৰী য'ত মিউজিক বজাই
ঢাকিছে গানৰ শাৰি ।

(৩)

ৰজাৰ ঘৰত ৰজাই বহিব
অন্তৰ পীড়া নাই
তেওঁৰ শোকত সমভাগী হব
প্ৰজাৰ লগত মই ।

(৪)

যুগৰ ছেওত বজোৱা তাল
তুমিও বুটলি লোৱা
লগত বজোৱা মৃদংখোল
বাজিব সুৰ হৃদয় কঁপুৱা ।

(৫)

গালি শপনি খায়ো যদি
বহে মাথো মৌন
নাকাটি কথা সমর্থন কৰে
স্বৰ্গত তেওঁৰহে স্থান।

(৬)

বলী দুৰ্ব্বলীৰ মহাসমৰত
বলীৰ সদায় জয়
আধুনিক পুৰণি ছন্দৰ যুঁজত
কবিৰ জীৱন ক্ষয়।

(৭)

পূবতে উদয় পশ্চিমত অস্ত
পালিছে নিতে সূৰ্য্য
বীৰৰ জিভাত হয় পৰাস্ত
সৃষ্টিৰ এই মহান কাৰ্য্য।

(৮)

চন্দ্ৰৰ পোহৰ সূৰ্য্যতকৈ শান্ত
কৰা এই দাবী বৃথা
বেদনা ক্লিষ্ট নহয় অন্ত
মোৰ অনাৰ্য্যৰ লেঠা।

(৯)

পৰৰ ঠাচত বন্ধন পিন্ধন
তৃপ্তিৰ লেখ নাই
ৰাখিব খুজিছো সাহিত্যিকৰ মান
লিখি হোৱা নোহোৱাই।



(১০)

আলিঙ্গন কৰি জীয়াব খুজিছো
কৃষ্টি জাতিৰ প্ৰাণ
তথাপিতো মিছা যিটো গুনিছো
মোৰ যে লঘু ওজন।

( ১)

স্বদেশ স্বজাতিত হৈ কাঢ়িছো
মই অপৰাধী হৈ
ক্ষমিবা মোক চৰণ ধৰিছো
ঘূৰিছো বিমুখ হৈ।

# জংছি

## ( যদি )

মন ফুলনিত যদি নুফুলে ফুল
অৰ্থহীন নাম তাৰ সৌৰভি কুসুম,
ৰঙীন নহয় যদি পুৱতিৰ সোপোন
পাৰেনে হব তাৰ জীৱন মধুৰ ?
যদি যায় কল্পনা শততে হেৰাই
নোৱাৰে থাকিব তাত দিঠকৰ আভা ।
য'ত নাই মানৱৰ বাস্তৱ কল্পনা
জীৱন হব তাত তেনেই বৃথা,
আধা মৰা আধা জীয়া এবুকু আশা
সেয়া মাথো মানৱৰ চঞ্চল কল্পনা ।
মিছা মিছা সকলো মিছা
আপোনক যদি তুমি আপোন নেভাবা,
প্ৰিয়জনৰ মৰম যদি মৰম নুবুজা
চকুৰ লোতক হব দুখৰ নিজৰা ।
আপোন পাহৰা হই নগঢ়ে জীৱন
ব্যস্ততা নিজক ৰাখি মানুহ নহয়,
যদি নাই ওঁঠত তোমাৰ একোতে ভাষা
নাই তাত জীয়াই থকাৰ একো অৱকাশ ।
শুনিও নুশুনা কিয় বুজিও নুবুজা
প্ৰকাশিছে কিমান তাৰ মনৰ বেদনা,
অশ্ৰুসিক্ত হই মাথো পৃথিৱীক তিয়াই
সেয়ে হব জীৱনৰ যেন শেষ সন্ধিয়াত ।
গুপুত বেদনা যদি আছে প্ৰতিটো হিয়াত
হাঁহি হাঁহিও যেন হাঁহিয়েই নুলাই ।



# কেম্মাথা তাপ

আফি আফি নাংছুন বম
ত'ৱাৰ এক্ৰুংৰেত কাচিলেং আছনছি
বন্তা চ'ৰিৰে থাংতা নাংপাতু আকাংহন আন
কেচ' তাপ আনচত নে
নাংকাংহন কাচংছুক আবাং
জুন'দাক লামফিক লামহ' ।
নেকে ৰিৰে দেতলে
নাং আৰজে আবলন
চাছুক দে দেতলে
নাংকাংতুং নিংকেদক ৰাজে ।
আকামতা কপিমা ?
নিংকেহাং নিংমাথা কাৱে
নে ইন্নুত ত'ৱাৰ কাচিলেং আবাং
কেথিতা থাং আথিক আৱে ।
পিৰথে আথাক দ'নে
নিংবেংন' নিংছুক নিংঅই
লাপেন মেকক্ৰ ক্ৰাৰঅম ।
অমনি আথাক লিক্ৰেন ক্ৰেন
লাছ' আমেকক্ৰ আপুম আন
মেথাংছি নে চিৱেন বম
লাপেন চিৰু ছুত ছুত বম ।

নে নিং কেঅই চিৰু চাবনাপ
বাহুতা আৰজু লংলে দেত তাহাই ।
আৰজু লংজি তাহাই চম আৰং
কাংহং হালাছ' কেথিতাং আকাৰজং
নে নিনিৰ্বেত আকাই আলং
দ' কাংহন আনচত
বন্তা নিংকেদক আৱে
নাং নেফান ইংতন তাপ নাংনে
নেফেৰে ইংৰিং তাপতা নাংনে ।

## কেম্নাথা তাপ
## ( ভুল ধাৰণা )

পিছে পিছে আহিছিলো
একে বাটৰ পথিক হৈ
বিচৰা নাই কিন্তু
তোমাৰ গুপুত মৰমবোৰ
ভুগিলো মিছাকে মই
তোমাৰ প্ৰেম নিবেদনৰ
অপ্ৰিয়তা কঠুৱা কৰ্কশ ।
মইতো বিচৰা নাই
তোমাৰ সৌদৰ্য্য লালিমা,
নিবেদন কৰা নাই
তোমাৰ প্ৰেমৰ লালসা ।



প্ৰয়োজন বা কি ?
কামনা বাসনা বিহীন
মই এক বাটৰুৱা
মৃত্যুৰ ঠিকনাও নাই ।
সংসাৰত আছে মোৰ
দুখ, শোক, বেজাৰ
আৰু তপত চকুলো ।
দুগালেদি বৈ পৰা
এই অশ্ৰু টোপালবোৰ
মই নিজেই মচো,
আৰু নিশব্দে কান্দো ।
মোৰ শোকৰ বিননি
হয়তো কোনেও নুশুনে ।
শুনে হয়তো যমপুৰীত
বৈ থকা সেই
মৃত্যুৰ বিভীষিকাই ।
মোৰ দুদিনীয়া জীৱনত
আছে মাথো মৰম
কিন্তু ভাল পোৱা নাই ।
মিছাকে তুমি মোক
গালিও নিদিবা
শংকাও নকৰিবা ।

## হাকৌ কৌ আকাংহন আচেত

ক্রংদংল' নিং ইংথিন আৰপ' আৰল' জুতউন্এ আকাংহন পুছি
বন্তা নাং চংহইছি তেনে থুদেতমা ?
ইছেং আলং নিংকেথে আৱে কাই আৰজন আলং লামথে আৱে
হেল'ৱিং পেন ৰিপাজাপ হাংজিপুথত লাছ' আপিৰথে
কাইদিংপি নাংচিপি এংল' নে আপৰ পাদাম এংল'
ইছিৱেত নাংকাংনেক পেন মেকক্ব চিৱেনল' ।
আকাংতিংকুক আমাং কিৰিলক কাই আৰজন পাংলিমচকল'
চ'বাইবে নেমাং নে আলে আৱে ৱেছি মাথাৰং চতল'
নিংথেথে আমাং চ'ৰি মামাত কাই আৰজন পাছিকছাক চতল'
ছাংতিমিলিপী আহাৰচিচত আলংপিপতছি নে ক্রইদেতমা ?
নিংকেমাংকে চিক্ব চাৰনাপ আনচতল'
চিক্ব জই জই নে কাই আৰনিতা জুত উন্এ
ফাংন'ৰি দেই নে কাংহন আথিত দ'আন
দ'তাংল' তাংল' কাংহন আচেত হাকেট ।



## কাক'হে

বলন কেদ' আপির্থে আলং পি আপত ল'নে
নেফানকে নিং আৰং আৱে
আলন নে থাংতা থেক লংলে
বলন কেথেক দাম লংজি আফান
আক্রংতিন আত'ৱাৰতা হুপথিপ
আবি কেতান আংছুছি
কেংকাম ইছিতা চিজৰ উন্এ
বলন কেলাং দামজি আফান
কেংকাম হিনিছি নাংচিক্বই থুৰং ।
আবাতাই বাতাইতা নাংচিংথেৰ ক্লৃত ক্লৃত বম
কেলে দাম আফুচং পেন
হা হিলিক আকাৰনুক আৰল' ।

## হাকৌ কৌ আকংহল আচেত

### ( অতীতৰ মৰম টুকুৰা )

হৃদয়ত গাঁঠিলো চিৰ মৰম মোৰ
পাহৰি পেলালি কিয় তই বাৰু ?
প্ৰাণত আশা নাই জীৱনতো ভাষা নাই
নিলগেদি বাউল দিম সংসাৰত হুনাই ।
জীৱন সমাপিলো সময় যেদিলো
অন্ধকাৰ স্বপ্ন যেদি জীৱন বুৰালো
সঁচাকৈয়ে সপোন মোৰ অলীকে ৰচিলো ।
নিৰাশাৰ স্বপ্ন যেদি অশান্ত কৰিলো
মৰিচিকাৰ ছায়াত মই কিয় পতিয়ন গলো ?
মনৰ কল্পনা মাথো কান্দিছে ইনাই বিনাই,
নীৰৱ কান্দোন আৰু লেখ জোখ নাই ।
নকৰিবা চূৰ্ণ মোৰ মৰম সঁফুৰা
যি ৰ'ল অতীতৰ মৰম টুকুৰা ।



## কাক'হে

### ( ভুমনিয়াহ )

সুন্দৰ পৃথিৱীত কিয়
মোৰ বাবে নিৰানন্দ
নেদেখিলো একোকে সুন্দৰ ।
সুন্দৰক দেখা মোৰ
প্ৰতিটো বাটত আছে
বিষাক্ত কাঁইটেৰে ভৰা ।
এখোজো নোৱাৰিলো যাব
সুন্দৰক চোৱাৰ
পিছুৱালো দুখোজহে মাথো ।
বাৰে বাৰে পিছলিছো
কৃতকাৰ্য্যতাৰ শিখৰৰ পৰা
গহ্বৰৰ বহু তললৈ ।

## কেবাম

নাংথক হুপল' নে নাংফানছি
নেলং কেদ' আন্তা
নাংকেপি উন্এ আনকে
নেলং থাংতা আকাৰে
কাৰক্লি আদ'ৱান আলং ইংনিলুন পেন
পেনাং আৰদম আৰদি অ'ল'
নাংলক আজইনে।
বন্তা পিছি লংল'
নেৰেংন'দাক আনপাৰতা নিংকেঅই।
চিক্ল' আৰনি ছাথি এনছি
কাচিচাকতাং আবাং হেল'
নেমাং কেহাং কেবামজি।
কাচিতং আমন্দিৰ আলং
মিৰ আহুন আমুং ৱানৰা
নাং ৱাং নন
নাংছেং আম'নিত কেলংজি আফান।



## কেবাম
## ( দাবী )

সঁপিলো তোমাক মই
আছে যিটো মোৰ
নোৱাৰিলো দিব যিটো
নাই সি সিমূলি মোৰ।
পূজাৰ বেদিতে বহি
আৰাধনা কৰো বহুত
এক মাত্র তোমাক লই।
তথাপিতো কিতো পালো
দুখৰ উপৰি শোক।
জোন বেলি সাক্ষী কৰি
কৰে যি প্রতিশ্রুতি—
সেয়ে হব স্বপ্নৰ দাবী
মিলন মন্দিৰত জানো
পুষ্প সা-সম্ভাৰ লই
তুমি আগ বাঢ়ি আহিবা
তোমাৰ প্ৰাণৰ মানুহ পাবলৈ ?

## জৰল্লাং

জইলুত উন কেজুত উন্এ আজাকং পেন নে
ম'নিত আনিং ম'নিত আকামাথা কাইকে।
কেচক কেপ্লেং আমাং পাহেমান উন
ছিনিং লংলে পাজুইক্লুপ উন।
চিপাংছম চম আলিংতা নেলামছি চিথান চিংব্লাই
ল'চাৰলি আবহা আন্তা নে দাম বাৰহাই।
স্কুল কলেজ চাৰলি আতোমতা কাংহন নেফানপি
চ'বাইবে নে ইনুত ৰাহা থেনাই আবাংপী
নে ইংহুকউ পিৰ্থে আংবং কুংৰিপী।
কেদ'থিপ নে এলংৰেত কালি
থই ইংলং দ'নেবহা আলংতিন।
দাংলক ৰাত পেন ৰিচ'-ৰি'চপী
ইংহন নেফান কেথে পেন৽কিদিং,
দাংলক হেমছ' পেন হেমপী
পুপে নেফান নাংলুতৰি।
আৰে তাহাই নে কেথি
নাহকতা লাছ' পিৰ্থে দাংথেপি
আকাই আকাই ৰেংবমজি
লংলক চেথে নে কেদিং
আকাই আকাইতা নেফান চিকেম' হুৰজি।



## জৰল্লাং
### ( সুৰা )

মোৰ অসীম শক্তিৰে গ্ৰাহ কৰো
মানুহৰ ভাৱনা মানুহৰ অন্তৰ,
বহুত সপোনৰ সন্ধান দিওঁ
আকাশ পাতাল ভ্ৰমণ কৰাওঁ।
সমাবেশ হোৱা মাত্ৰকে মোকলৈ
কৰে বহুতো আলোচনা বিলোচনা
মেচ আৰু ছাত্ৰাবাসতো মই প্ৰবেশ কৰো।
স্কুল কলেজৰ ছাত্ৰও মোক মৰম কৰে
মই সঁচাকৈয়ে এক ভাগ্যৱতী
এক লাস্যময়ী পৃথিৱীৰ অপেশ্বৰী।
মোৰ বাসস্থান অকল এঠাইত নহয়
পৰ্ব্বত ভেয়াম সকলোতে মই বিৰাজমান।
প্ৰজাৰ পৰা আৰম্ভ কৰি ৰজা-ৰাণীও মৰম কৰে
আৰু অতিকৈ মৰম কৰে মোক বহুতো ডাঙৰ আৰু নেতাই।
পঁজাৰ পৰা আৰম্ভ কৰি বিৰাট বিৰাট অট্টালিকাতো
মোৰ প্ৰবেশ সমূলি নিষেধ নাই।
মোৰ মৃত্যু হয়তো নাই
এই বিশাল পৃথিৱীৰ প্ৰান্ততো
যুগে যুগে জীয়াই থাকিম
মই যেন অমৃত জীৱন লাভ কৰিছো
যুগে যুগে মোক স্মৰণ কৰিব পৃথিৱীৰ বুকুত।

# হাৰ্ভে কাথাৰৰ কবিতা

১৯৬০ চনত সোণাপুৰ মৌজাৰ নিজ হঁহৰা গাঁৱত ফেব্ৰুৱাৰীৰ ৮ তাৰিখে শ্ৰীহাৰ্ভে কাথাৰৰ জন্ম হয়। ১৯৭৭-৭৮ চনত কামৰূপ একাডেমীৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হয়। শ্ৰীকাথাৰ সম্প্ৰতি গুৱাহাটী বি, বৰুৱা মহাবিদ্যালয়ৰ ছাত্ৰ।

১৯৭৩ চনৰ স্কুল আলোচনী 'জিলিঙণি'ৰ যোগেদি "মই হ'ম" কবিতাৰে আত্ম প্ৰকাশ কৰা শ্ৰীকাথাৰ সম্প্ৰতি উদীয়মান কবি। 'মনজিৰ', 'অগ্ৰদূত', 'নতুন বাঁহী' আদিৰ জৰিয়তে কবি ৰূপে আত্ম প্ৰতিষ্ঠা কৰিব খোজা শ্ৰীকাথাৰে কাৰবি সাহিত্যৰ উপৰিও অসমীয়া সাহিত্যতো স্বকীয়া আসন লাভ কৰিছে।



## "পাণ্ডুলিপি"

নিংকান ফাৰ' ফাৰ'
নিং কেছ' পেন কাচেঅং আতুন
ফেৰেৱান কাপিনচং,
ৰাইকাং আংবং কেদ' আকাই
নে নেৰেং কাছ' আবাংল'।
নে ইংথিন্ কেথে ছাংতি মিন্দাৰ আতেকে।
পেই! ছেংহৃকৰি—
নাংজাং আমেক কিচিপ' আহুত
নিং কুইছ' কেক্লেম আলং
ইংথিন্ আৰি কে'এৰ্ পেন্
খেই কাংথুৰ আপাণ্ডুলিপি ( বিপেনতক ) তকল'।
আকে'এৰ আফামৰি আবিন
তাকুন আহুৰ আমেই ইংনি বমল'।
মনিতথিন আজকৱান কাপাজুত আফান
লাতুম কাচে'দনজিছি কাৰ-ঈ'।
বন্তা পিনি ছেলক আতুমতা
কাপাৰিৰ আহি-ঈ' কাপাথি আফান
নিং ক্লেমহুৰ্ আপ্লোগান পেন্
নে পাণ্ডুলিপি আলং আলিৰ হি'আংল'।

## পাণ্ডু লিপি
## ( পাণ্ডুলিপি )

শতিকাজোৰা—
সন্ত্ৰাসৰ সৃষ্টিত
আকৌ বিদ্ৰোহৰ স্ফুলিঙ্গ,
কাল চকৰিত জীৱন মোৰ
শক্তিশেলত আঘাত প্ৰাপ্ত
মই মৰুভূমিৰ সিংহ।
আই দুখ নকৰিবা,
তোমাৰ সন্তানৰ মৃত্যুৰ সন্ধিক্ষণত
মোৰ হৃদয়ৰ প্ৰতিটো স্পন্দনত
বুকুৰ তেজেৰে
জাতিগঢ়াৰ পাণ্ডুলিপি লিখিছোঁ ;
ৰঙা ফিতাৰ আঁৰত
এজাক শগুণে বৰসভা পাতিছে।
সিহঁতে সন্ধিৰ প্ৰস্তাৱ লৈছে।
মানৱতাৰ স্বাধীনতা খৰ্ব কৰাৰ !
কিন্তু—

অন্ধবোৰেও
খুব খৰ গতিৰে
বদাগি শ্লোগানেৰে
মোৰ পাণ্ডুলিপিত অঙ্কিত কৰিছে
প্ৰলয় কালৰ অসুৰক
সংহাৰ কৰাৰ।



## "কংাতিং নন্ আনতা পাৰপেনাং"

কাংতিং নন্ আনতা পাৰপেলাং
আজ' আফি কাতাৰহাম
নন্ আনতা ইংআৰ্-এ' লাং
লাপেন লাদাকছি—
আমেকৰি কেৰ' আজক কেৰেং কাচেছং
আৰি কেকন মানছি জুত ককল'—
ইতুম্ জকৱান কাচিংৰি আছং।
কাংতিং মেমে আফি আকাই !
জ'দাক কাবৰি ফুৰকিম' চেৰ-এৎল'।
খেই কেৰেংজি আফান কেছুং
আহকপেত কাতেকেৰ আলং
নে দ'জইৰেৰ উন-এ'।
ইপেই আনিংথাক্ কাচেছং আতুম
আৰি কে-এৰ্ বু প্ৰুপছি ৰেংবমলাং
কাচংছিপ আতুম্ আফান্ কাহেৱাত
কালিতে নন্ হেল আপৰল'।
কাৰবি আৰি কাংছিপ পেন্ কেথে
হালাতুম্ আবহা কেপাৱাৰতা
মেথাং কেদ' কেথাক লাপেন্
মেথাং আফু'থাক্ কেৰি
কেছুং হৈতুম,
নন্‌কে' ইতুম্ আফান নাংনে
কেমে কাচেপাৰজান কেচংছিপ আতুম্ আশ্লোগান
সে আংবং আলং কেপিপজি কাৰ্-ঈ'
কাৰবি আখেই আনিংতা
কাচংছিপ আফান কেপাথি আফান্
নন্ আনতা ৰেং এত্ ৱেৰ লাং।

## কাংতিং নন্ আনতা পাৰপেলাং
### ( নিশা এতিয়াও আঁতৰা নাই )

নিশা এতিয়া আঁতৰা নাই
নিশাচৰৰ আতাহ এতিয়াও হ্ৰাস পোৱা নাই
আৰু তাতেই,
জীয়াই থকাৰ সংগ্ৰাম
ৰক্তক্ষয়ী হৈ লুপ্ত হ'ল—
আমাৰ স্বাধীনতাৰ সন্ধিচক্ৰ।

এটা অন্ধকাৰময় ভৱিষ্যত!
য'ত আমাৰ ইতিহাস নিঃচিহ্ন হোৱাৰ উপক্ৰম
অস্তিত্বৰ য'ত নিৰাপত্তাৰ সংকট,
বাস্তৱৰ এই নিষ্ঠুৰ প্ৰস্তাৱ
আমি কেতিয়াও শান্ত নহওঁ।
সেয়েহে—
আইৰ বুকুত এতিয়াও সংগ্ৰামী সকলে
ৰক্তৰে ৰক্তাক্ত হৈ জীয়াই আছে,
লুণ্ঠন আৰু চক্ৰান্তৰ বিৰুদ্ধে সংঘৰ্ষ কৰাৰ
হয়তো এইটোৱে সময়।

জাতিৰ তেজ শুহি বৰ্দ্ধিত কৰা
"সিঁহতৰ" মজবুত ঘাঁটি নিঃচিহ্ন কৰাই
স্ব-নিৰপত্তা আৰু আত্মনিয়ন্ত্ৰণৰ অধিকাৰ বিচৰা

সংগ্ৰামী আমি,
আমাৰেই এয়া ৰক্তক্ষয়ী সংগ্ৰাম।
নালাগে আমাক এতিয়া
মুখাপিন্ধা শোষকৰ গণতন্ত্ৰৰ শ্লোগান,
আগ্নেয়গিৰিৰ—
গহ্বৰলৈ ঠেলি দিয়া
আজি জনগণৰ মনত জাগৃত,
শোষণযন্ত্ৰৰ মথিমূৰ কৰাৰ।



## "কাৰবি আৰোকিমি ৰিছ"

কাংচিৰ কালাং ইত পেন্
নেপক্ কেক্ৰোৱাং আজক্
নে মেক্ প্ৰাংদক্ ল'।
কাইদিংপী নামপি আংবং কুঃ কেতাক্
নে কাৰবি আৰু আছাৰ
নিং কেজাংজে নিং কেছ' পেনছি ৰেংবম্।
লা নে ইংলং আলংছি
মনিত পুকে চেপুজি আফান্
কাচেছংজি ছামফ্ৰি আকিমি নাং ক্লাংজি।

তিপিং আলং পেন পেই আৰোপি পাংকমছি'
খেই কাপাৰ্বিৰ কামথা আবাংফু' আফান,
মেথাং আদেত কাচেছং আহুত্
নে ৰি নেৰেপি পেন কেথিপ আৰিছিম্ অদন্ছি
খেই আংবং লাচাৰৰ' আজক্
পিনি নে বিত আনতা কেদং পাতেপ এত্ল'
লাপেন কালিতে পেনাপকে লাতুম্ চাৰ্লি আফান্ছি বৰ্-ঈ'প'।
মেথাং আলংলে আথাক্ছি কালিতে
লাতুম্ নেফান্ নেপেজুত্প'।
ছিতা নেতা—মেথাং আখেই কেৰেংজি আফান
কাচেছং আফান ছেমেদেং তাংল'।
নে কাৰ্-ঈ',
নাংতুম্ নিং আক্লং কাচেদন্।
লাতুম্তা ইতুম্ আফান্ পাচিনিনে পিনপেন্কে
কাচৰৰ আমে-আদে পেকাৰ্ থেকলে।

লাহোল' নে মাহাং কেথে,
নে নিং কাংছাম পেন থেবমল'
আথে নাংতুম্ হেল' কেজক্ কাৰ্-ঈ'
কাৰবি অৰেকিমি ৰিছ'।

## কাৰবি আৰেকিম্মি ৰিছ
### ( নতুন কাৰবি পুৰুষ )

ক্ষুধাত জঞ্জলিত
হিয়া মোৰ অন্তৰ্দাহী বেদনাত,
মোৰ চেতনা জাগিল.........
আজীৱন ভক্ষকৰ মাটিত কোৰ মাৰি-মাৰি
প্ৰতিহিংসাত জ্বলি থকা
ৰক্তাক্ত হৃদয়ৰ
সংশপ্তক মই এক কাৰবি পৌঢ়।
এইখন মোৰ পাহাৰতে
মানুহ জাতিৰ স্বীকৃতি সংঘৰ্ষৰে
মোৰ মস্তিষ্কত—নতুন স্ফুলিঙ্গ নতুন সূৰ্য্যৰ।
মোৰ স্পৰ্দ্ধা,
শ্মশানত প্ৰোথিত আইৰ অস্থি নিৰ্গত কৰি
বিজাতীয়ক বিধ্বংসৰ মানসেৰে
স্বদেশ-স্বজাতি ৰক্ষাৰ্থে জী থকা
মোৰ তেজস্বী শব্দৰ হাতিয়াৰত গঢ়া
আইৰ কবিতাৰ মাংসপেশীত
ব্যস্ত মই—মুক্তিৰ লালসাত
শোষকগোষ্ঠীৰ শ্ৰেণী সংঘৰ্ষত



আজি মোৰ জুমতলী লুণ্ঠিত হ'ল
আৰু হয়তো কাইলৈ ইয়েঁতেই নেতৃত্ব দিব
শতাব্দী জুৰি মোৰ ভেটিত মোকে
চিতা জুইত নিচিহ্ন কৰিব!
কিন্তু ময়ো শোষক শ্ৰেণীৰ স্বাৰ্থৰ বিপৰীতে
লক্ষ্য মোৰ জাতীয় স্বাৰ্থত অস্ত্ৰ গঢ়াৰ।
সেয়ে সিহঁতে—
আমাৰ অজ্ঞতাৰ সুযোগত
বিদ্বেষৰ জুই জ্বলাব নোৱাৰে।
মই বিচাৰোঁ, তোমালোকৰ ৰক্তৰ দৃঢ় প্ৰস্তাৰ
তাতেই মোৰ গৌৰৱ—মই শান্তিৰেই চকু মুদিম
তোমালোকেই মুক্তিকামী নতুন কাৰবি পুৰুষ ॥

## কাচাৰৰ আফান্ কাচিছিক

হালাছ আৰনি
চেতাই আলং ইছামৰেত কাৰ্কক !
মাতছি পুজি খেই আবুন কেথু
আছাপঅ' আনকে আৰেদেতল' পু ?
নে কেং লাছনছি কাচিজৰ.......
হুততাং আবিৰি পিনি
মাতছি কেপন্ কাচংহু ?
ইংই' থকথাৰ কাচেপাহুক আনো
ইৰিত আথাক বাপ চিংজক্ এংল' ।
কেহুক অ'ছ' ইলি,
ইতুম্ আহেম থেংনছি
দৰবাৰ কাপাজুত পু কাচংথুই ।
পিনি মে কাৰতাংল',

কাৰতাংল নে নিং আৰল'
ছাৰমেন, লংকি, ছাংমিৰ, কাদম আতুম্ আনিংতা
পিনি লাছ' আমে আদে খুৰ তাংল ।

লাছ' আমে কাই কাৰ্-ঈ' আমে,
ছেমে চেংতাং আংম,
লা খেই কিকিম আমে, ছতুৰ কাপাৰিৰ আমে !
..........জিৰল' আপৰ কাংৰেং হিজাই আহুৰ্,
লাতুম্ নন্‌কে—
মেধাং আফান্ লকছি কাৰ-ঈ' ।
লাছি নেতুম্ কাচিছিক কাচাৰৰ' কাচ্ছেং আফান্
পিনি মে থুৰতাংল'
থুৰতাংল নে নিং আৰ্ল' ।



## কাচাৰৰ আফান কাচিছিক
### ( প্ৰস্তুতি সংগ্ৰামৰ )

সৌ সিদিনাই
এজাক বৰষুণ হ'ল,
জাতিৰ পঙ্কিলতা হেনো কিছু নোহোৱা হ'ল !
মোৰ খোজবোৰ এইদৰেই গতি কৰে......
অতীতৰ সীমাৰেখা আজি কোনে কাঢ়ি নিয়ে ?
হাড়ভঙা পৰিশ্ৰমৰ অন্তত,
আমাৰেই পথাৰত দুবৰি গজিল ।
দুখীয়া কৃষক আমি
আমাৰেই ফটাপাতত দৰবাৰ চলিছে ভণ্ডাগঢ়াৰ
ভূৱা ভণ্ডামি দেশ প্ৰেমিকৰ ।
আজি জুই জ্বলিছে—
জ্বলিছে মোৰ বুকুত,

ছাৰমেন, লংকি, ছাংমিৰ, কাদমহঁতৰ
বুকুতো আজি জুই জ্বলিছে ।
এই জুই নহয় কিন্তু কামনা যৌৱনৰ
এই জুই প্ৰতিজ্ঞাবদ্ধতাৰ,
এই জুই জাতিৰ ভগ্নহৃদয় গঢ়াৰ,
এই জুই শত্ৰুশক্তিৰ শিকলি ভঙাৰ ।
......মাজনিশা 'হোৱা' দিয়া সেইজাক শিয়াল
সিহঁত এতিয়া—
নিজস্বাৰ্থ পূৰণত ব্যস্ত ।
সেয়ে আমি প্ৰস্তুত—সংগ্ৰামৰ বাবে ।।
আজি জ্বলিছে, জ্বলিছে মোৰ বুকুত......

# নেতা থিথে লাং

পেই,
কাইদিংপী কানিংৰি আংবং
কাচংছিপ আতুম্ পেন কাচেনেক
ই' অক্ কাচেকমৰে
নে ইন্নুত কাচিপাতুক আবাং।
নাংনিং আৰ' কে-অং আজক্
চংছিপ আতুম্ কাতিহুৰ আংৰিং
ছাৰন্নুং আনতা বংহ' জিৰএৎল।
হালাকে,
তৱাৰপি আংবং কেহাই আলুনজিৰ
কেলুন কাতিহুৰ পন।
নে চিনি, লাছনছি—
পেই, নাংহ'অৰ কেমে আনিংথাক
আছেৰ আমু কাইচকছি
ইতুম্ (?) দ'আন আতিপিত (??)
কাচংৰ' "এপিতাফ" তকল'।
অ পেই,
নাং আৰৱাক আথাক কেথে কেদিং
নেতা থিথে লাং।
লাছি আপৰ কেচম আহুত
নেবাং আৰপুম পেন
পিৰথে কেৰেং হুনজি আফান্
ছেমে দেং তাংল'।



# নেতা থিথে লাং
## ( মইতো মৰি যোৱা নাই )

আই, জীৱনৰ গভীৰ হুমনিয়াহবোৰৰ মাজত
শোষক নির্য্যাতনত
হতাশাচ্ছন্ন শ্রমজীৱী মই।
তোমাৰ বিশাল বুকুত
বিদেশী জনসমুদ্রৰ উদ্‌ভ্রান্ত ঢৌ'ত
ঘৰৰ ভেটিত তিতা লাও গজিল।
সৌৱা—
ৰাজপথত সিহঁতৰেই জঘন্য জয়যাত্রাৰ গান!
মই জানো, এনেকৈয়ে সিহঁতে—
আই, তোমাৰ পলস বুকুৰ সোণগুটিবোৰ
জুই জ্বলাই দি
আমাৰ (?) প্রত্যেকৰে সমাধিত (??)
কলঙ্কৰ "এপিতাফ" লিখিব!
হে আই,
তোমাৰ কোলাতে লালিতা পালিতা মই
মইতো মৰি যোৱা নাই।
সেয়ে সময়ৰ কৰাল গ্রাসত
সাৰ কংকাল দেহেৰেই
সংকল্প গ্রহণ কৰিছোঁ—কটা ঘাঁৰ বিচাৰ লোৱাৰ।

## নেল্লে ছেলকজক্ ছেতা

নেলে ছেলকজক্ ছেগ, আলাংলিতুম্—
    ইংছামজিন পেন্ চেদানবম ল'
    লংলে কেচ' আমনিত আংহ' কি-ইক্
    নকজিৰ্ পেন্ কেথু ।
    আনাৰল' ছামফ্রি কেথৰ আৰনি
    আৰেপি চিংকুজেং কেক্লেম কেদাম আলাংলিতুম্ ।
লাপেন আলাংলিতুম্—
    ছেৰ কাথি কেপ্লাংতিৰ্ চিকিপ ইছি আলংলে আফান্
আতেহাং আং-ঈ' লংলে আথাক পেক্ল'ছি,
    আনিংকান নিংকানতা
    নাংঅই পেনছি ফুৰকিম' তকৃকাং
    ভুকদেপিন পেন ছেৰ আতুক কেঁহুম লংজি আফান্ ।
লাছনছি দামবম ল'
আলাংলিতুম্ কেছুং আৰনি······
ফুৰকিম' কাৰলু কেজুত উন-এ' আলুন ।
    মানতুনে আলাংলিতুম্ এ'কাং ল'
    কাচেদান আমে আক্রি
    কেৰেংজি কাৰ্ ঈ' থেকতিক আদিম



## নেলে ছেলকজক্ ছেতা
### ( যদিও মই অন্ধ )

যদিও মই অন্ধ, সিহঁতে—
    নীৰৱে সংগ্ৰাম কৰিছে,
    মাটি খোৱা মানুহৰ কজলা মুখ
    অনিৰ্ব্বাণ অস্ত্ৰৰ দ্বাৰা আঘাত কৰাৰ ।
    দিনৰ কাংক্ষিত ৰ'দত
    হাড়ভঙা কঠোৰ পৰিশ্ৰম সিহঁতৰ ।।
আৰু সিহঁতে—
    সোণালী শস্যভৰা এমুঠি মাটি ডোখৰৰ বাবেই
    কপালৰ ঘাম মাটিত পেলাই
    বছৰৰ পিছত বছৰ
    নাঙলেৰে ইতিহাস ৰচি যায়,
    ক্লান্তিহীন সোণৰ চেকুৰা বুটলিবলৈ ।
এনেকৈয়ে পাৰ হয়
সিহঁতৰ দুখৰ দিনৰ ।
ইতিহাসৰ উচুপনি অজেয় গান ।
    কেতিয়াবা সিহঁতে ৰুই যায়
    সংগ্ৰামৰ জুইৰ আঙনি
    য'ত জীয়াই থকাৰ দুৰ্ব্বাৰ বাসনা ।

## ইতুম্ আফান্ কেজক্ নাংজি

পিনি ইতুম্ আফান্ কেজক্ নাংজি—
জক্ নাংজি মেথাং আফান্ ।
নিংকান-নিংকান খেমে'তা কেহাং
ছুৰি আৰ্মু আৰি কেৰেং আফাৰ্মান
আলাংতুম্,
ফু'ছাৰ আৰ্জান কুমলীন কেথিপ আফান্
নে আনপাৰ দ'ৱই উন-এ' ল' ।
আৰি কেৰ'তাং আলংলে কে-এৰ, আংনিম্
শ্বহীদ আফু'থাক্ মিৰ আলেক পা-ঈ' ছি
ছংজা আতুম্ আলাম কানিংজে ।
আৰজু ছেলেত মেমে ল'—
ইতুম্ আফান্ নাংজি ।
লাছ' আপিৰথে আলুন আলং নে মেথাং
হি-ঈ' কাচবেৰছি কিথি নাংজি (?)
লাছ' আপৰ আহুত্-হুত নিং আৰ্জান আলং
ইলি কাচাৰদাক—ইতুম্ ইমেক জাংথেকথে ।
ছিতা ৰেংৰেৰজি
কাচেছং আৰি কে-এৰ্ আছামফ্ৰি ।
ইতুম্ জকচত আনতামে—



খেই আফান্ কেজক্ নাংজি
তেম আলং ইমেক্ৰিতা
ক্ৰেং-এত্ তিতি ।
ইতুম্ ইংছামৰি কাচেথান—
"নন্ আজ' ক'আন ?"
মেথাং চাৰিথেক পেই অছ'মাৰ আতুম্
নাহকতা মেকপ্ৰাং এত্ ল' ।
মে-আদে কিলিৰ আংবং
"কাংতিং" কাপেজুত ।
পিনি ইতুম্ আফান্ কেজক্ নাংজি,
কেজক্ নাংজি খেই আংথুন আফান্ ।

## ইত্নম আফান কেজক নাংজি

### ( আমাক মুক্তি লাগে )

আজি আমাক মুক্তি লাগে—
মুক্তি লাগে নিজ সত্তাক,
যুগে-যুগে ক্ষমতাৰ লোভত
হেজাৰ নৰ-নাৰীৰ ৰক্তৰ বিনিময়ত
সিহঁতে—
আজুককাৰ টকাৰ পাকত প্ৰতিমা গঢ়াৰ
আমাৰ আৰু সহ্য নহয় ;
ৰক্তাক্ত বঙামাটিৰ কেঁচা গোন্ধত
শ্বহীদবেদিতে মূৰ দোঁৱাই মাল্যদান কৰি
বেহুচিয়াৰী বৰনেতাৰ অনৰ্থক ভাষণত
ক্লান্তিযুক্ত আজি আমি—আমাক মুক্তি লাগে।
এইখন পৃথিৱীৰ সজাতে আমাৰ সত্তা
দানৱীয় দুষ্ট দমনত নিঃশেষ হ'ব বিচাৰে ?
সেয়ে প্ৰহৰে-প্ৰহৰে মনৰ দাপোণত
আমি যন্ত্ৰণাক্লিষ্ট—আমাৰ যে টোপনি নাহে !
তথাপিতো জীয়াই ৰাখিছোঁ,
ৰক্তৰ সংগ্ৰামী তেজাল সূৰ্য্যক
মাথোঁ আজি আমাক মুক্তি লাগে—
মুক্তি লাগে জাতিৰ সত্তাক ॥
কাল ধুমুহাত আমাৰ চকুলো—চকুতে শুকায়
আমাৰেই নিঃশব্দ সংলাপ—"এতিয়া কিমান ৰাতি ?"
অগ্নিৰ লেলিহানৰ মাজত
"অন্ধযুগ" বিলুপ্তি ঘটোৱাৰ।
আজি আমাক মুক্তি লাগে—
মুক্তি লাগে জাতিৰ সত্তাক ॥।



## পেইছি কানিংজে

ছিং ক্ৰেং আপৰ কেচুম আহুত
নে মেক প্ৰাং ল'তে
থেআং প্ৰিনপ্ৰানলান আহুন্‌মেলান আংবাং
কাই আলাম নে চিনিনে।
ফুৰকিম' আবংক্ৰম আৰং
নন পুতা দ'লাং।
লাছি পেই আফান্ নিং দ'এ।
পেই কামিংজে—
জিৰ্ল' আপৰকে "চম"ছি কেকান কান।
লাছি কালিতে কপিলিতা
পিনি আনতা নিংতুক কানিংৰি
চেতাই আলংতা দ'
আপৰ হি'-ঈ আৰিচিমুন আবত।
নে চেতে নেনে, কাইতা
বস্তা নে ফেৰেতুক,
মানতুনে আবত হেইহুই ৰেং-এং ল'তে ?
আহুত প্ৰেক তাংল'।
অ কামক্লেম চেপাতুক আবাং
কাংতিং আ-উম্ আলং নাংছ' থি-ঈ'
নন্ আনতা মেক প্ৰাংপ্ৰেলাং।
লাফান পাবেবে লংৰি নন।
ইকাই আলাম নাং পিছি কামাথা ?
আবনি কেমে নাং ক্লাং ৰিং ৰিং তাংল'
লাছি পেই কানিংজে, হুনমেলান আংবাং তা
ছামক্ৰি আতুৰ, খেলানদং তাংল'।

# সেইছি কানিংজে
## ( আয়ে কৈছিল )

শীত কালৰ
হাঁড় কঁপোৱা জাৰত
মই যেতিয়া সাৰ পাওঁ···
পুৱতি নিশাৰ
ডাঠ কুঁৱলীৰ মাজত
জীৱনৰ অস্তিত্ব মই গমকে নেপাওঁ···
ইতিহাসৰ কৃষ্ণচূড়া জোপা
আজিও আছে,
সেয়ে আইলৈ মোৰ মনত পৰে
আয়ে কৈছিল—
মৰ আঁউসী "যমে" হেনো নৃত্য কৰে,
সেয়ে হয়তো কপিলিয়ে
আজিও বিষাদেৰে কান্দে।
চোতালতো আছে
সময়ৰ দৈত্যটোৰ আঁচোৰ
মই নেপাহৰো কাহানিও নেপাহৰো
কিন্তু মই ভয় কৰোঁ—
যদি আঁচোৰবোৰ জীৱন্ত হৈ উঠে···



···সময় পৰিবৰ্তন হ'ল
হে'ৰা বথুৱা কা'ই
কালৰাত্ৰিৰ পিঞ্জৰাটোত
তোমাৰ শিশুটি এতিয়াও শুই আছে
তাক আৰু শুৱলৈ নিদিবা।
সুদিনৰ ফেঁহুজালি
আথিৰ এতিয়া
সেয়ে আয়ে কৈছিল—
কুঁৱলীৰ মাজেৰে এতিয়া
বেলিটো সুন্দৰকৈ দেখাইছে।

## নেতুম কাচিছিক

কাংচিৰ কালাংইত্ ছলাংদ' আংবং
ইছি আমেথেংতম কাচেপাৰজান
লাতা কাচেছং কাচাৰৱ আফান্ অ-এ' ।
আলং চিথে কেৱাং আলিং
আংতাং ছদেৰ আছনছি
কাপাচিনি আলামথে পাৰজুৱেৰ ।
আংথিন কাংতাং চেবেৰছি
আলাং মাথাৱেৰ
কাচংছিপ আহেমতুন কেপাৰিৰ আফান্ ।
নক কাচেৰ আৰকি আলং
মনিত আংদত কেৱিৰ
আলাং লাং উন-এ পিক্ ল্' ।
ইছি আৰি কে-এৰ্ আনিংকইছ' কাতাৰহাম—
মে চিংদাত আতুৰ পেন্
হি'-ঈ আদ'হই পেৰিৰ্ নাং ।
ছিতা, লা থিথে, বনতা তিপিত আনছিদ' ।
থিথে, চেছংৰেকজি ।
হালা কাৰ-ঈ,
ইতুম্ কাচিছিক—
আপৰ কেলং আহুত্
মনিত আজাকং কাচেপাংকম ।



## নেতুন কাচিছিক

(সময়ৰ প্ৰতীক্ষা)

এদল ক্ষুধাতুৰ জনতাৰ মাজত
এটা উল্কাপিণ্ডৰ আবিৰ্ভাৱ
সিও বিদ্ৰোহ বিপ্লৱ কৰিবলৈ এৰা নাই ।
দুঃসহ যন্ত্ৰণাই—
উত্তপ্ত ঘোষণা নাই
তাৰ প্ৰতিটো নিশ্বাসত ।
অদম্য সাহসেৰে সি ভাবি আছে
শোষণকাৰীৰ এটা দুৰ্ভেদ্য দুৰ্গ ধ্বংস কৰাৰ ।
বন্দুকৰ গুৰুম্ গুৰুম্
আৰু তৰোৱালৰ ঝন্ঝননিত
মানৱতাৰ গণতন্ত্ৰ খৰ্ব কৰা
তাৰ বৰ অসহ্য লাগিছে ।
এটা প্ৰাচীন ৰক্তাক্ত হৃদপিণ্ডৰ আৰ্তনাদত
অগ্নিবহ্নিৰে কামনা তাৰ
দুৰ্ব্বৃত্তৰ বৃত্ত ভঙাৰ ।
তথাপি—
মৃত্যু কিন্তু নহয় তাৰ মৃত্যুশয্যাত !
কৰিব সংগ্ৰাম সি জীৱনৰ অন্তিম ক্ষণলৈ !!
সি বিচাৰিছে মাথোন,
আমাৰ প্ৰস্তুতি—
সময়ৰ বিচাৰৰ কাঠগড়াত
প্ৰস্তৰ যুগৰ জনশক্তিৰ ঐক্যতা ।

## "কাচিছক"

বাই, প'আন কিছুং !
কেতং থেহুং বেন আৰেপি পাহুকনিপ',
ৰি কাংছিপ পেন কাতেংখেং আফি কেদ'চম
নেৰি কে-এৰ্ আথেবৰ ।
ননপুতা, ছেতা নে'অক ছলুক লাং ।
মেক্‌ৰি,
    মাতছি পুজি, আদাপ আৰ-এ আছন ?
    মাতছি পুজি "মুকুতা" কেল্লাৰ আছন ?
আপৰ আতেংৰি আলং আকাই আৰজন
ক'মাত কাচেনেকছি কাথেৰাক ?
মানে অ'ছ'বাৰপি ইংজিৰ আফান্ কাচেনেক
পেন লাতা—
নে ইংদেন মানে কাচিছিকমেক আতুম্ কেদাম
নে চিনিনে,
    জংছি আপৰ আৰ্লৗ' কাচ'ছামান
        আকাংতিং নাংলে ল'তে ?
    জংছি চিক্লি' থেপি কাহিজুক আহুত্ ফি-ফু
        আমই আৰবুং চিং ক্লক্ ল'তে' ?
    কিথিছি কেম ছেতা কাফেৰে আৰে ।
    ইলিতা ৰেংৰেক নাংজি ।
হক পেন কিথি পালাংবুংতাং আমনিত আৰি পেন
খেই কাপাৰেং আহৰমু বেন কাম পেমানজি
মেনা কেজক্ কাই ইছি কেহাই আলামা ।
জিৰ্পী' ছেংঅইৰি,
    কাংহন আবাংপি আতুম্ আন'কেক পেন
    কেজক্ উন-এ আৰি ৰতছি
কেফ'তাং নেপি নাংৰি আকেংতৰী আলং
ছামক্লি কিমি আতুৰ্ ৰিকাজি ।



## কাৰ্চিছিক
### (প্ৰস্তুতি)

আঃ— কি যে যন্ত্ৰণা !
চেপা খুন্দাত যেন হাড় চুৰমাৰ হ'ব,
শোষণৰ সৈতে যুঁজা অৱশিষ্ট
মোৰ তেজ কেইটোপাল মান ।
এতিয়াও কিন্তু মই ভীষণ উত্তপ্ত ।।
চকুপানী,
        কোনে কয়, পুৱতি নিশাৰ নিয়ৰৰ টোপালৰ দৰে ?
        কোনে কয়, মুকুতাৰ চেকুৰাৰ দৰে ?
কালচক্ৰত আজিৱন
কাৰ নিৰ্মম লাঞ্ছনা ?
কাৰ লুণ্ঠনত আমাৰ ভনীৰ দেহত পাশৱিক অত্যাচাৰ ?
এ'য়া মোৰ কাযেদি কি ষড়যন্ত্ৰৰ যাত্ৰা ?
ক'ব নোৱাৰো !!
কিন্তু—অহৰহভাৱে জীয়াই থকাৰ সংগ্ৰামৰ
বুৰঞ্জী আজিৰতো নহয় ?
মোৰ ভয় লাগে,
        যদি কালগৰ্ভত অভিশপ্ত এন্ধাৰ নামি আহে ?
        যদি গুপ্ত সন্ত্ৰাসত হালি পৰে সাতামপুৰুষীয়া ৰাজহাড় ?

মৃত্যু অনিবাৰ্য্য হ'লেও ভয় নাই
আমি জীয়াই থাকিবই লাগিব ।
শ্বহীদ মানৱৰ ডোঙা বন্ধা ৰক্তজোৱাৰক,
জাতি ৰক্ষাৰ সম্বল হিচাপে কাৰ্য্যত গঢ়ি তুলিম
স্বাধীনতাৰ চিৰ বিপ্লৱৰ নিচান ।
বন্ধু দুঃখ নকৰিবা—
মৰমীহঁতৰ কাঁচিৰ চোকত পৰাধীনতাৰ বাঘজৰী কাটি
আক্ৰান্ত স্বদেশৰ মাটিত
আমাৰ প্ৰস্তুতিৰ অভিযানেৰে
আঁকিম নতুন সূৰ্য্যৰ পোহৰ ॥



## মোল্লান ইংতিৰ কবিতা

অৱেকিনি, কাৰবি, মন্‌জিৰ, লামেত এছাং আদিৰ জৰিয়তে কবিৰূপে আত্মপ্ৰকাশ কৰা শ্ৰীমোলান ইংতিৰ জন্ম ১৯৫৬ চনত দৰং জিলাৰ বিহলী মৌজাৰ অন্তৰ্গত ৰিহুমাৰী লাংপ্ৰাত গাঁৱত । শ্ৰীইংতীয়ে পূব বিহালীৰ পৰা প্ৰবেশিকা পাছ কৰি বিশ্বনাথ চাৰি আলি মহাবিদ্যালয়ত পঢ়ে আৰু পিছত ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে ।

বৰ্তমান শ্ৰীইংতি জিলা পৰিষদৰ কৰ্মচাৰী । কৰ্মচাৰী জীৱনৰ ব্যস্ততাৰ মাজতো লিখা-পঢ়াত বিশেষভাৱে মনোযোগ দিয়া শ্ৰীইংতি যোৱা ৪৯ তম অসম সাহিত্য সভাৰ অধিবেশনৰ কবি সন্মিলনলৈ আমন্ত্ৰিত হৈছিল ।

# আংতাং

তিছ' ৰংৱাং আতেমন
নেজাপৰিৰ তি-তি নেৰাং আৰ্জন।
কাংছামজেত আতেমন আংহুং
নানে ইংলং আকেংতিৰ
জুত দাম কক্ তি-তি !
দাকলে ছ'ত ৰেচ'
বিছকইদা, ৰেংৰংহম
বিথা কাংবুৰৱা, ৱাইছং
ৰংফাৰপী ৰংবে,
লাপেন থং নকবে
আলম্ম' আৰমুং নাংলে হুন আন্তা
পিৰ্থে আংন' নে চেথান হুনজি
লাহাই আলাম্ম।



# আংতাং

## ( প্ৰতিধ্বনি )

ফেঁহুজালিত
ক'ৰবাত সুউচ্চ পাহাৰৰ উপত্যকাত
থেকা খাই খাই শেষ হোৱা
হীম শীতল বতাহজাক
মোৰ গাৰ ওপৰেদি পাৰ হৈছিল—
হেৰুৱা অতীতৰ শৌৰ্য-বীৰ্য,
লোক গাথা
শীতল বতাহজাকৰ স'তে
মিশ্ৰিত হৈ আহিলে
পুৰাৰ সুৰুযৰ কিৰণে
প্ৰজ্জলিত কৰিব—পুনৰ।

## আনেৰ'ল ছাম্ফি আতুৰ আছন

ক্লিন আজ' কাংতিং

ফেৰে মে-মে

নে কামাথা আনেৰল' ছাম্ফি আতুৰ আছন কাংথিৰ

ক্লিন আজ' কাংতিং

ফেৰে মে-মে

নে কামাথা আনেৰল' ছাম্ফি আতুৰ আছন কাথেআং

লাদাক থেআংদাং

কেদাম আলিং দামৱাং

কেলাং আলিং লাংৱাং

ৰতেক-ৰ'ছ' থেংপী থেংফ্রাং, মুনিত-মুনৰ

ছেং আৰং ফ্র'।

নে কামাথা আনেৰল' ছাম্ফি আতুৰ আছন কাথেআং

দাকহেল' ৰতেক ৰ'ছ' পিজ' প্লিপ্লি মুনিত মুনৰ আচিথে

লাহেল' মেকবুৰ তিন চেৰক তক নাংকক

আদাপ ছাম্ফি আতুৰ কাংথুম জুন নাংজি।



## আনেৰল' ছাম্ফি আতুৰ আছন

( দিনৰ সূৰ্য্যটোৰ দৰে )

নিশাৰ অন্ধকাৰে

পৃথিৱীখনক ভয়াবহ কৰি তোলে।

মোৰ কামনা, দিনৰ সূৰ্য্যটোৰ দৰে সত্য

যি ফালে যাওঁ

যি ফালে চাওঁ

সত্য-সুন্দৰ তোমাকে পাওঁ

আমি তোমাতে বিলীন হওঁ।

মোৰ কামনা, দিনৰ সূৰ্য্যটোৰ দৰে উজ্জ্বল

সেই আলোকত আমি উজ্বল হওঁ

প্ৰকৃতি ইয়াতেই যেন জাতিষ্কাৰ হয়।

নিশাৰ অন্ধকাৰে

পৃথিৱীখনক ভয়াবহ কৰি তোলে

তথাপি নিশাৰ প্ৰহৰে প্ৰহৰে আমি জাগো

নতুন সুৰুযক আদৰিবলে'।

## গিৰ্‌থে আৰণ

কেকাৰবং কাই আমেলুৰ
আপৰ আতেমন কেজাপ
অ'ল'ত' কাই আংকৰ কাচিল'
আপৰ আন'ৰে কেতক
ইংথিৰ এং আৰবুং আৰজন
আপৰ আমিনিং কেৰাপ
কেক্লানবং কাই আলংপাক
আপৰ আচেপান কাংহু
লি চি-ৰি-ক চিৰিক্ কাই লাং চিথিং আৰই
আপৰ 'কেবই' আংঅন পেন কেতেং
কেতকতে আফাৰচাপ কাই আফুৰকিম'
তকতে দেত ছি মান প' ।



## গিৰ্‌থে আৰণ

( নৈসৰ্গিক )

প্ৰজ্জ্বলিত জীৱন-বন্তি
কাল-ধুমুহাই নিৰ্বাপিত কৰিব
আলফুলীয়া জীৱন ধাৰা
কাল-আন্ধাৰে আৱৰিব
পবিত্ৰ শান্তিৰ আলয়
কাল-এলান্ধুই আৱৰিব
কুলু-কুলুকৈ বোৱা জীৱন-জুৰি
কাল 'দুখৰ' চপৰাৰে ভেঁটিব
স্বচ্ছন্দ মন শিলনি
কাল শেলুৱৈয়ে আগুৰিব
অলিখিত জীৱন-চানেকি
অপ্ৰকাশিত ভাৱেই ৰ'ব ।

## কুমলীন আমাং

হইৰি চিপু আলাং কিলি আছন
কাই ল'তি লিবম।
কাই ল'তি আতুৰ
ক্লুং, ফেলাং-জিনতাক আহেম আৰপং
আংক্রাক পেন নাংতুৰ জাম
নে কাচিংহন কুমলীন আফান
আৰনি আছ' কেবক
কেথ্‌ৰ থেকথে
মাং জাংৰে আপাক ছি হেমান
ঃ এথাক আমানাই আতুৰ লে
ক্লুং ফেলাং-জিন্‌তাক আহেম আৰল'
নাংতুৰ নাং পাথে আং আনতা
লাপেন—
আদাপ কাংথাং চিক্ল' লংছ আছং
আদাপ কাংথাং কাথেআং কাচ'ৰি
ক্ললিন আজ' পাংথাংছি।



## কুমলীন আমাং

( 'কুমলীন'ৰ সপোন )

হাতৰ আঁজলিত তুলি লোৱা পানী
আঙুলিৰ ফাঁকেৰে সৰকা দি
সোণালী দিনবোৰ পাৰ হ'ল।
সোণালী দিনৰ পোহৰবোৰ
খেৰ-বাঁহৰ জুপুৰীৰ
বেৰৰ জলঙাইদি সোমাই
লুকা ভাকু খেলিলে
মোৰ মানস কুমলীনক
কমনীয়তাই আমনি কৰি আঁচুৰি গ'ল
কুমলীম যেন পুৱতি নিশাৰ সপোনত বিভোৰ
ঃ ৰাতিৰ সীমাহীন আকাশৰ
তৰাবোৰেই একেটি
জোনৰ পোহৰ হ'ল
সিহঁতৰ থুপি পোহৰে
খেৰ-বাঁহৰ পঁজাত
দীপান্বিতা পাতিলে হয়
আৰু—
পুৱতিৰ তৰাবোৰেই
ন-সূৰুযৰ প্ৰভাতী পোহৰ ক্ৰমশঃ বিচাৰে
য'ত জিনিব কালগ্ৰাহী অন্ধকাৰ।

## তৱাৰ

বাবলা আপৰ আদাপক্ৰাং
ৰ'ছ বিকু কেত'
মেকবুৰ কেপ্লেং পে
ছেলেত জিন পেন আৰ্জু ছুন লং
মাথাল ঃ
বেচেং কালিতে নিল' থুৰপ।
তং ছেৰমং খিৰিকী আপৰ্দা চিংপুছি
হালাতুম আফান নেমেক পেকান ছুন ল'
নাংকেলে দাপজি ইংতিংথিৰ ইংহুন কিইক আথান
ছাইদাক ছি তৱাৰ আক্লং থে আংলাং
বন্তা—
ৱতিৰুকপ' কাংনেকজি মান্ত ??



## তৱাৰ

### (পথ)

বাৰিষাৰ কোনো প্ৰাতঃ ক্ষণত
ফেঁচুৰ ফেঁচ-ফেঁচনি
তন্দ্ৰালু মুহূৰ্তত শুনিলোঁ ঃ
খৰাং নতু ধাৰাষাৰ বৃষ্টিৰ সম্ভাৱনা (?)
হঠাৎ খিৰিকীৰ পৰ্দা খুলি
সিহঁতলৈ বুলি দৃষ্টি নিক্ষেপ কৰিলোঁ
ক্ৰমাৎ ঘন হৈ অহা ক'লা মেঘৰ টুকুৰাবোৰ
আঁতৰি ফৰকালৰ আগজাননী দিলে।
কিন্তু—
'ৱ-তিৰুকপ'ই উলাহৰ গীত জুৰিব কেতিয়া ??

---

ৱ-তিৰুকপ' = শৰৎকালৰ শেষত আৰু হেমন্তকালৰ আগমুহূৰ্তৰ পৰা উলাহৰ গীত জোৰা বতৰীয়া চৰাই।

# ৰংবং ইংতি কাথাৰৰ কবিতা

ৰংবং ইংতি কাথাৰ সাম্প্ৰতিক কালৰ এজন প্ৰতিষ্ঠিত লিখক। "অৰেকিমি"ৰ যোগেদি কবি ৰূপে আত্ম প্ৰকাশ কৰা শ্ৰীকাথাৰৰ জন্ম ইং ১৯৪৫ চনত নগাঁও জিলাৰ বৰবহা নামে ঠাইত। পিতৃ ৺হেমাৰী কাথাৰ আৰু মাতৃ কাৰে হাঞ্চেপীৰ প্ৰথম সন্তান শ্ৰীকাথাৰ ১৯৬৫ চনতে কাৰবি আংলঙৰ হাওৰাঘাটৰ পৰা প্ৰবেশিকা পাছ কৰে আৰু উচ্চ শিক্ষাৰ বাবে পিছত হোজাই, ডিফু আৰু শেষত ছিলঙৰ চেণ্ট এড্‌মাণ্ডছ কলেজত পঢ়েগৈ।

বৰ্তমান শ্ৰীকাথাৰে বৰবহা উচ্চ ইংৰাজী স্কুলত শিক্ষকতা কৰাৰ উপৰিও লিখাৰ কামত আত্মনিয়োগ কৰি আছে। একালৰ "অৰেকিমি"ৰ সম্পাদক শ্ৰীকাথাৰে সম্প্ৰতি "ভিন্নসুৰ" নামৰ কবিতা সংকলন এখন সম্পাদনা কৰি উলিয়াইছে।



## চিকিম্’

নাংপেন-নে কাচিংকি লং
বাছাহেম থাৰয়ে আৰুম
জাংমিপ’ আচিক্ৰ’ কাংছামজিন
তেমন কেজাপ, নিংদ’লাং।
কাচেথান ইতুম আচেত আবেত
আলাম, কাইতা জুত উন এ
কাংনেক কানিংজে নাংছে
আৰমুং নন্ আন তেনে নেলাং॥

নাং আৰজে মুমাং লাবাংছ’
আৰজন নন্ আন্‌তা
নিং আৰল’ ক্লাৰএত বম
চিনাম তেনে উন এ ল’ বন্
ৰানাম এদনছাৰ তে-ম’
আপৰ পেন ইগি চেপাচৰ
আফান, কাচোক আলাম
কাৰলিনে আক্ৰাং তেনে নেল’ বন॥

নাংছিম নেকিপি ৰি পিতয়
আৰ্‌নান্ ৰিম পা মে
বম্‌লাং, স্বৰ আংক্লিং আছন
নাং ইংক্ৰিন দইক্ৰুং কেম’জি আফান।
বন্তা, ইতুম বাংহিনি আফান
বাহা একেতাং প্ৰেক্‌নাংজাম আক্ৰং
লাংপি আকৰা হিনি আছন
দামনাংকক্ পেকেক্ পেকাং
আংবংলাং আলি লিক্ৰং॥

# চিকিম্‌'

## ( ৰোমন্থন )

তাহানি—
গাওঁ বুঢ়াৰ চোতালৰ
আম জুপিৰ তলত
শাওনৰ মলয়া বাৰ জুৰ লৈ
আমি দুয়ো পতা
মিঠা মিঠা কথাবোৰ—
আজিও মোৰ মনত আছে।

আমাৰ দুয়োৰে অন্তহীন আলাপ
তোমাৰ সুৰীয়া গুঞ্জন
আৰু ঝংকাৰিত হাঁহিৰ টুকুৰাবোৰে
মোৰ কাণত ধ্বনি তোলে—আজিও!
মোৰ দৃষ্টিৰ দিগন্তত
তোমাৰ ৰূপৰ ছিটিকনি
মচ নোখাৱাকৈ এতিয়াও আছে,
আৰু—
থাকিব সংগোপনে চিৰদিনলৈ।

আমাৰ মিলনত
ঈশ্বৰ যদি সহায় হয়;
আমাৰ প্ৰেম স্থায়ী হ'ব—
জীৱনৰ শেষ প্ৰান্তলৈকে।

তুমি দিয়া পিতলৰ আঙঠিটো
মই সোণৰ মূল্য দি ৰাখিছোঁ;
তোমাৰ প্ৰেমৰ জোৱাৰ
মোৰ প্ৰাণত স্থায়ী কৰিবৰ বাবে।

(কিন্তু) আমাৰ প্ৰেমৰ গতি
দুটা উপত্যকাত প্ৰবাহমান
মাজত এখন খৰস্ৰোতা নৈ
দুয়োপাৰে আমি দুয়ো ধাৱমান।



# ছামছিং হাঞ্চেৰ কবিতা

১৯৪৮ চনৰ ১৮ এপ্ৰিলত নগাঁও জিলাৰ গৰুবাট মৌজাৰ অন্তৰ্গত পণ্ডিত ঘাট নামে ঠাইত জন্ম গ্ৰহণ কৰা শ্ৰীছামছিং হাঞ্চে এজন প্ৰতিষ্ঠিত সাহিত্যিক। পিতৃ শ্ৰীজয়ছিং হাঞ্চে আৰু মাতৃ শ্ৰীমতি কা এং টেৰণপীৰ দ্বিতীয় সন্তান শ্ৰীহাঞ্চেই ১৯৬৭ চনতে বৈথালাংছ' হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি ১৯৭৩ চনত ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। 'অৰেকিমি', 'কাৰবি' আদিত লিখকৰূপে আত্ম প্ৰকাশ কৰি কাৰ্‌বি লাম্‌থে, কাৰবি প্ৰণয় গীত, কুমলীন, ৰোমীৰ, নাম তাইৰ হাঈমু আদি কেইবাখনো পুথি প্ৰকাশ কৰি উলিয়ায়।

কাৰবি জাতিৰ উন্নতিৰ লগে, লগে বৃহৎ অসমীয়া জাতিৰ বিশ্বৰ দৰবাৰত সুদৃঢ়ভাৱে থিয় কৰোৱাটো জীৱনৰ ব্ৰত হিচাপে চলোৱা শ্ৰীহাঞ্চে বিভিন্ন সামাজিক কামত কায়িকভাৱে জড়িত। শ্ৰীহাঞ্চে বৰ্তমান ডিফুৰ স্থায়ী নিৱাসী।

## কাই নিতক

নেকাই ইছি
কআন পি তাংল,
কপুআন লংল'
কপিছি কিৰি
লাপেন কপিছি লংল'মা
নেলং—
থাং আম'তা আৰে
আহক পেত পেন
কাই আল' আলং
চেলাং দাম লতে
নেচি কাই ল'
বন্তা লাংতা পুলিজি
নেতা ৰেমৰে.........



## কাই নিতক

( জীৱনলিপি )

ওৰেটো জীৱনত
কিমান বিলাই দিলো
প্ৰতিদান কিমান পালো,
কি বিচাৰিছিলো
আৰু কিনো পালো,
মোৰ ওচৰত তাৰ
কোনো স্মৃতিয়েই নাই।
সত্যক দোহাইদি
জীৱনী পাতবোৰ
যদি লুটিয়াই চাওঁ
দৃঢ়তাৰে কওঁ,
ময়েই জিকিছো।
তথাপিতো,
তুমিতো কবাই
ময়ো হবা নাই......।

## মুকাক

ছেৰডিছন
আৰনিছি নাং নেছুংহেত ;
বন্তা
নাং মেক পেন
নাং নেকাংকি আলামথে
নে আৰজু থেকথে পিন ।
নাংচেথে আতেমন
নেফান নেকেৰ' ছপুকলুক
ননপুতা নেনিং দলাং ।
নাং কাংনেক কানিংজে (কানিংৰি ?)
নাং কিলুন আলুন তেঅত
ছিনিং কিজুত আলং কেথাপদম
আংতং হেইহুই
ননপুতা
নেছুং কাচেৱা থুজি আফান
আনিং হাং
বন্তা ননকে
নাংবাং কেদ'কে
নিহাং আছিনিং আথাক ।



## মুকাক
### ( ৰামধেনু )

সোণ চেকুৰা মোৰ !
নিচেই ওচৰতেই আছিলা
যদিও
তোমাৰ দুচকুৰ ভাষাৰে
কব খোজা কথাবোৰ
একোকে নুবুজিলো ।
তোমাৰ শ্বাস-প্ৰশ্বাসৰ
উত্তপ্ত অনুভৱ
মোৰ অন্তৰত এতিয়াও বিদ্যমান ।
তোমাৰ হাঁহি মাতে (নে বিলাপ ?)
আৰু তোমাৰ সেই সুৰৰ প্ৰতিধ্বনিবোৰ
দিগন্তত ঠেকা খাই
আজিও
মোৰ ওচৰলৈকে পুনৰ উভতিবলৈ
বিচাৰে ।
কিন্তু এতিয়া
তোমাৰ অৱস্থিতিচোন
পূব দিগন্ততহে— ।

## কাফেৰেফন

ক্ল’প্লেং আনিংৱে
নিহাং আনাথু পেন কেৱাং
চিক্লপী ইনুৱেত
লাপেন
ছিনিং কিলিৰ আথাক
এজাহাক
ক্লাৰকেন লাপেন কেক্লাৰক্লে
চিকিপ ইছি আচিক্লছ’
(লংপাক আথাক থইথেছুৰি আকেমেন)
নাংৰিক নাংছাং ল’
পিৰথে তা
চিক্লপী পেন চিক্লছ’ আতুৰ
থেকলংছি
লুঙ্কেপ’ আতুম
ক্ল’ক্লাব হংকাংছম দ’ৰম ৰম
লুন-তেম’ বচে পাংচেং ল’।
ৰন্তা
চিক্লপী কে কাফেৰেফন
কাংনেক তা আলুম বাত্ বে
(চিতুং কেকৰ তাং আৰলেং
চুবাক আন্তা কাফেৰে)
কানিংৰি আলামথে
হালাবাংছ’
আহেম আৰিত কাৱে আহুন আহুৰ
ৰাংথুহাম লতে ??



## কাফেৰেফন
### ( আশঙ্কা )

পূৰ্ণিমা ৰাতিৰ
পূব আকাশত উদিত
অকলশৰীয়া জোনটিয়ে
নীল আকাশত সিঁচি দিলে
কিছুমান
উজ্বল আৰু অনুজ্বল
এমুঠি তৰা
(শিলপটাত ডালে পাতে সিঁচৰিত
পকা কণী-বাঙীবোৰ)
পৃথিৱীতো
জোনালী আৰু তৰালীৰ জ্যোতিত
অভিভূত
শিল্পীসবেও
জোনাকত গা শীতলোৱাৰ চলেৰে
সৃষ্টিৰ পাতনি মেলিছে।
তথাপিতো
জোনবাইৰ অন্তৰত ভয় ;
হাঁহিত ম্লান
(এবাৰ কাছই খালে কাঁহীলৈকো ভয় !)
আশঙ্কাৰ বিষয়
জানোচা সো
অঘৰী মেঘবোৰ
আকৌ বাহুমেলি আহেই !

# কাংহন লাপেন কাংইত

নে তিপিত আংকাং ৰাংৰাং
আবাপতিপ্লি আথাক চংমিৰা
নাংমেক্ চিপাংহন নাংনে ;
পিপত মা
নেকাই "আছাংতি-মিন্দাৰ" আংবং
পুআন কাংইত আহুত নিংকে
লাং ইমুতা নে থেকলংলে
লাহেল' ননপুতাং
নাংমেক্ ইপুম আনলে থেকলং আনতা
নে কার্জংকে
হালাবাংছ আৰনি আলাম
চিমাথা দামথুদেত তিতি ·····।



# কাংহন লাপেন কাংইত

( মৰম আৰু তৃষ্ণা )

মোৰ সমাধিত গজি উঠা
দূবৰিবনত বহি
এতিয়া
তোমাৰ চকুলো অপব্যয় নকৰিবা,
কাৰণ
মোৰ মৰুময় জীৱনত
তৃষ্ণাকাতৰ প্ৰতি মুহূৰ্ত্ততেই
এটুপি পানীও নেদেখিলো ;
সেয়েহে, এতিয়াও
তোমাৰ এটুপিমাত্ৰ চকুলো দেখিলেও
মোৰ আত্মাই
বিগত দুৰ্দিনৰ কথাবোৰকে
আকউ দোহাৰি আনে·········।

## কাম্মাংহু

মংৱে আছিনিং আথাক কেল্লাং
জাত জাত আলিৰ আ কাফ্ৰেক আংবং
নে—
আৰি কেদাকতাং ; কাম্মাংহু।
তেমৰ পেন কাচিংবুইতাং
ৰেণুকা-উৰ্বশী মেনকা—
আলুন তেঅ'ত হেইহুই পেন
কাচিফ' আজক
নেবাং আৰাংৱ'
পিৰথে নাংকেক্ল থু
নে—
কিছুংল'
উন এ ল'।



## কাম্মাংহু

( লক্ষ্যভ্ৰষ্ট )

ফাগুনী আকাশত অৱতীৰ্ণ
ৰং-বিৰং এজাক চিলৰ মাজত
মই—
দিগ, লক্ষ্যভ্ৰষ্ট।
বতাহত মিশ্ৰিত
ৰেণুকা, উৰ্বশী, মেনকাৰ
সঙ্গীতৰ সুৰেৰে
ঠেকা খায় খায়
ক্ষত-বিক্ষত দেহাৰে
ভূমিপাত হোৱা
মই
নিঃসহায়
মই
নিৰুপায়।

## আগৰ

মেক্‌বুৰ কেপ্ৰাং
জিৰ'ল—হিল'ৰিং
কনাতনে আংনাম পেন কেৰাং
'বতৰ দাম-প'—বতৰ দাম-প' পু কানিংৰি
থংকাঙ্ক আছে — ।
কাৰেছ' আপেই ! থুবথা—
নিংজই নিংৰেক আফান পু
বংকেথাই কেথুই
নাতনে কাৰজাং আচিলি
আছাপ বাক দলাং মা—?
ম' বাৰলা আচেথান
ছ' ৰুন এ এবান লতে
ছাংলাং-ছাংলি
লাপেন থকজিৰ লেপালে নাংকক তে
দৰান আলং ব' চমজি আছাং—
আফান আনকে—
ইলিতা কিৰছান নাংজি।



## আগৰ
### ( সময় )

ভাত ঘুমটি ভঙা
মাজনিশা—
দূৰৈৰ কোনোবা বননীৰ পৰা ভাহি অহা
"বতৰ যায় ঐ" "বতৰ যায় ঐ"
বুলি ইনাই বিনাই
বৈ নোবৈ কেতেকী পখীৰ মাত।
মইনাজনীৰ মাক ! অলপ উঠাচোন,
বিপদ-আপদলৈ বুলিয়েই
যতনেৰে সাঁচি থোৱা
আগতীয়া ধানৰ সঁচ
অলপমান আছেনে বাৰু ?
ভৱিষ্যতৰ ভৰ বাৰিষাত
নৰীয়াপাটিত যদি পৰোঁ
অন্ততঃ মংগল চোৱাবলৈ
আৰু
যদিহে পূজা-পাতলৰ প্ৰয়োজন হয়,
পূজাৰ বেদীত
নৈবেদ্যৰ চাউল মুঠিৰ কাৰণে
অন্ততঃ আমিও
এতিয়াই যুঁজিব লাগিব।

## কাংজাৰ আৰ্’

হামফাং ইছি
আ—অকাৰজাং কাংনেক
লাপেন ইহুৰ আৰনাম হান-চৰে
লমছ’ কাপামৱান।
চি প্লিৰ প্লিৰ—আকেং জাংজাই
আৰনি আতুৰ কাচেদাত
ইংহুন এৰৰিং
আৰুম আৰুম—ইংলং আৰি ৰি
হিল’ৰিং আংনাম পাংদেন ৰা
কাংজাৰ ৱলংকম আহুৰ আহুৰ
নাংনেক চকক্রান চেদাং ৰা
লাংছুন থা।
বেংচেৰত আছেন—
তেমন চফাংচত পেন
মুনিত আকাই, আপৰ
লাপেন আৰই আলাং
তেংথিপ উনজিমা ?
লাংতুক আ-চংই আফানকে
পিৰথে—আছাপৱেত—
ছিনিং তা বিহেক।
বনতা—
পিৰথে লাপেন ছিনিং
আদাং থে—মা—
লাকে—কাংজাৰ আৰ্’ছি চিনি……।



## কাংজাৰ আৰ্’

( উৰণীয়া চৰাই )

এজাক গাভৰু হঠাতে হঁহা
আৰু
এজাক বা-মাৰলি হঠাতে অহা
উদ্দেশ্যবিহীন, ক্ষন্তেকীয়া।
অস্তমিত সুৰুযৰ
ওলমি পৰা ঠেংবোবেদি অহা
পোহৰৰ ছিটিকনিত
ৰাঙলি মেঘৰ
তলে তলে
পাহাৰৰ দাঁতিয়েদি
দূৰৈৰ বনলৈ বুলি
উৰি যোৱা
জাক জাক বগলীলৈ
বিত চকু লগাই
চাই লোৱা।
জিলীৰ দৰে
বতাহ খাই খাই
মানুহৰ জীৱন
সময় আৰু
বোৱতি নদীৰ সোঁতক
ভেটিব পাৰিবা ?
নাদৰ ভেকুলীৰ বাবে ?
পৃথিৱীখন অকণমানি
আকাশখনো তেনেই সৰু।
কিন্তু
পৃথিৱী আৰু আকাশখন
কিমান বহল আৰু সুন্দৰ
তাক, উৰণীয়া চৰায়েহে জানে !

## কাচিবাতে

ননকে—
আকইছি লাপুহেল'।
নাংতা "এথান আৰ'ৰেক" পুলে
চিপু তুনজি তাংতে
অৱে আমিনিং চি-হ' এত ৰা—
হংফাৰলা—আনকে
মে-চিথৰ তুন চম ননং
ৰংলিং—ৰংফু-ৰংচিতিম
ক্লিমছ' আতুম আফান
"ছিংকাই কেপা" আলুন
পালুন নন।
ননকে-আকাইছি লাপুহেল';
অক্হি আতুমছি;
তেকে আফানতা আমেক চ'পাছিৰিপ;
তেকেছি চিনিম থু নাংৰং।
লাংবেংতি আঅক্
চিকুং-নুনে-আনতা
ইংতুন কিইক থেকলক তে
আনিং চিপাৰং—
ছিনিং আমে চফাং থজিবন পু
কাচংহং—নিং আৰং
চিবাতে তুনজি আফান.......।



## কাচিবাতে
### (প্রতিযোগিতা)

আজিকালি
দিনকালেই এনেকুৱা।
তুমিও যদি তোমাৰ অস্তিত্ব ৰাখিব বিচাৰিছা,
তোমাৰ চ'ৰাঘৰটোৰ
সঞ্চিত এলান্ধুবোৰ
সাৰি-পুছি নিকা কৰি দিয়া,
জ্বলাই দিয়া মজিয়াত
এনেকুৱা জুই—
পোহৰত
কণ কণ মইনাহঁতেও
কিৰিলি পাৰি গাওক
'চাক্ছন'ৰ সুৰীয়া গীত।
আজিকালি
দিনকালেই এনেকুৱা
আজলী হৰিণীজনীয়ে
ডেকা বাঘলৈ চাই
চকু টিপ মাৰে,
অসহায় বাঘে
হুমুনিয়াহ কাঢ়ি মৰে।
পানী শুকাই যোৱা
ডোঙাৰ মিছা, চেলেকনা মাছবোৰেও
আকাশত ক'লা মেঘৰ চপৰা দেখি
আনন্দত নাচে—
আকাশৰ বিজুলী গিলিবৰ আশাৰে
আনন্দেৰে ৰৈ থাকে
প্রতিযোগিতাৰ বাবে।

## ছেৰডিহুন

নাং কাচিংহন
মাতনে আ থাৰে আফান
পানং পেন
কিৰিক তেকাং আমিৰ জাংছিক
কাপাপু—কাংথু
পি'জ' প্লি প্লি কাংৰাই
থেকলকতে—
ননপুতা
নেছেংদৰিক তিতি ।
লাৰাংছ আমিৰ
কাৰবি নিমছপী আতুম
কেলক ফাংন'
আচুবি কাচেছেক
লাপেন
ছেৰডিহুন লাংছুন আলং
নাং কেক্রং
আমিৰ আলেক এছাং
ফুৰকিম' আৰিপাক আথাক
ননপুতা নেমপ্রোজিন…… ।



## ছেৰডিহুন

তোমাৰেই চেনেহৰ
কোনোবা অজান প্ৰেমিকলৈ
প্ৰীতি উপহাৰ ৰূপে
সিঁচি থৈ যোৱা "মিৰজাংছিক"
ফুলথুপি-ফুলি উঠিলেই
মৌমাখি-পখিলীয়ে বিচৰণ কৰা
দৃষ্টিগোচৰ হৈ
আজিও ৰিণি ৰিণি মনত পৰে ।
পুষ্পিত ফুলকলিবোৰ
কাৰবি যুৱতীসৱে আনন্দেৰে
বৃন্তচ্যুত কৰি
খোপাত গুজে ;
আকৌ
"ডিহুন" ফুলপাতত
তুমিয়েই গাঁঠি যোৱা
সেই পুষ্পমালাধাৰি
মৰহিলেও
ইতিহাসৰ হাতৰ তলুৱাত
তাৰ সুঘ্ৰাণ
আজিও নিৰ্গত…… ।

## ছেংৰে আথেংতম

নেনিং আৰ্লকে
নাৰ্লচিতিম আ ৱআপ্ল'াক আছনছি
নিংহুক আতিলুপ হেইহুই
জাংক্ৰাই ছি দ'।
বন্তা, নিংথে লাপেন নিংহাং হেইহুই ?
আছনতিন তা
আৰনাম—মে থেংতম আছনছি
নেনি আৰ্ল আছিনিং কিজুত আনাথু
চি বম্ ল।
অ—নে কাচিংহৰ্ন !
নে কিথি আৰনি পেনকে
লাআনৰেত আতুৰতা
জুতদেত প' তাহাই ল'।



## ছেংৰে আথেংতম

( অন্তৰৰ জ্যোতি )

অন্তৰতে
ছুপৰীয়া বাতুলি জাকৰ দৰে
দুখৰ টোপলাবোৰ
ওলমিয়েই থাকিল।
কিন্তু আশা আৰু আকাঙ্খাবোৰ ?
ইহঁত প্ৰত্যেকেই
পখীয়া তৰাবোৰৰ দৰেই
অন্তৰৰ কোনোবা দিগন্তত
মাৰ যাব লাগিছে।
হে প্ৰিয়া !
মোৰ অবিহনে
এচেৰেঙা পোহৰো যে নেপাবা…।

## ডিফু সাহিত্য সভা
## গ্ৰন্থ সম্পাদনা সমিতি

সভাপতি

শ্ৰীজয়ছিং দলৈ

আহ্বায়ক আৰু সম্পাদক : কবিতা সংকলন

শ্ৰীছামছিং হান্সে

সম্পাদক : লোকসাধু সংকলন

শ্ৰীকামিনী দাস

সহ সম্পাদক : লোকসাধু সংকলন

শ্ৰীশৈলেন দাস

শ্ৰীতুলসী খাউণ্ড

সহ সম্পাদক : কবিতা সংকলন

শ্ৰীদীপু চৰণ দত্ত

সদস্যবৃন্দ

শ্ৰীপদ্মকান্ত বৰুৱা

শ্ৰীৰংবং তেৰাং

শ্ৰীকেশৱ শৰ্মা

শ্ৰীযাদৱ ফুকন